# তিৰুতাৰ আত্মদান কাব্য।

---

" But though glory be gone and though hope fade away,
Thy name *——*——*———*——— Shall live-- *--*--*—
Not even in the hour when his heart is most gay
Will he lose the remembrance of thee and thy wrongs !
The stranger shall hear thy lament on his plains."

——————Moore.





শ্ৰীহিতেশ্বৰ বৰবৰুৱা প্ৰণীত।

যোৰহাট।

১৯১৬।



পৰম আৰাধনীয় ৺ চিকো গগৈ বৰবৰুৱা

দেউতাৰ

শ্ৰীচৰণোদ্দেশে ।

কৰিতা—বনত বহি
তুলি কবিতাৰ ফুল,
কাব্য-ৰূপী সুতে গাথি
মালা ধাৰি যত্ন কই,
ভৰাই ভক্তিৰ জালি
অতি হাবিয়াস কৰি
আনিছো ই মালা ধাৰি
তোমাকেই দিবলই ॥

২

দুহাতে চকুলো মুছি
চৰণত দিলো আজি,—
"তলসৰা ফুল" পুষ্প
কৰিলো অৰ্পণ ।
সৰ্ব্বদোষ ক্ষমা কৰি
আপোন পুত্ৰৰ বুলি

সমাদৰে মালাধাৰি
কৰিবা গ্ৰহণ ॥

৩

যদিহে কেনেবা কৰি
তিতিছে ই মালাধাৰি
পুতেৰাৰ চকুলোৰে
—( অবোধ সন্তান )—
নধৰিবা তাত দোষ
কৃপা কৰি দিবা বোধ,
সজ বুদ্ধি সজ শিক্ষা
সজ তত্ত্ব জ্ঞান ॥

৪

অবোধ ই পুত্ৰ তনু
নাইশিক্ষা নাই জ্ঞান,
সংসাৰ "পৰীক্ষা-ঠাই"
পৰি "পৰীক্ষাত"
ব্যাকুল হইছে মন
কান্দিছে পৰাণ তাৰ,
দুচকুত চকুপানি,-
ধৰ নাই গাত ॥

পৰম আৰাধনীয় ৺চিকৌ গগৈ বৰবৰুৱা

দেউতাৰ

শ্ৰীচৰণোদ্দেশে ।



কবিতা—বনত বহি

তুলি কবিতাৰ ফুল,

কাব্য-ৰূপী সুতে গাথি

মালা ধাৰি যত্ন কই,

ভৰাই ভক্তিৰ ডালি

অতি হাবিয়াস কৰি

আনিছো ই মালা ধাৰি

তোমাকেই দিবলই ॥

২

দুহাতে চকুলো মুছি

চৰণত দিলো আজি,—

"তলসৰা ফুল" পুষ্প

কৰিলো অৰ্পণ ।

সৰ্ব্বদোষ ক্ষমা কৰি

আপোন পুত্ৰৰ বুলি

সমাদৰে মালাধাৰি
কৰিবা গ্ৰহণ ॥

৩

যদিহে কেনেবা কৰি
তিতিছে ই মালাধাৰি
পুতেৰাৰ চকুলোৰে
—( অবোধ সন্তান )—
নধৰিবা তাত দোষ
কৃপা কৰি দিবা বোধ,
সজ বুদ্ধি সজ শিক্ষা
সজ তত্ত্ব জ্ঞান ॥

৪

অবোধ ই পুত্ৰ তব
নাইশিক্ষা নাই জ্ঞান,
সংসাৰ "পৰীক্ষা-ঠাই",
পৰি "পৰীক্ষাত"
ব্যাকুল হইছে মন
কান্দিছে পৰাণ তাৰ,
দুচকুত চকুপানি—
ধৰ নাই পাত ॥

দেৱতা এতিয়া তুমি,
কৰ্ত্তা, দেৱ ! আশীৰ্ব্বাদ
তযু আশীৰ্ব্বাদ—বলে
"মহা পৰীক্ষাত"
হওঁহে উত্তীৰ্ণ যেন
অনায়াসে বিনাক্লেশে,
তযু চৰণত, দেৱ !
কৰো প্ৰণিপাত ॥

৬

জীৱনৰ বাকী থিনি
মাতৃ—ভাষা সেৱা কৰি
এটি দুটি কৰি ফুল
মাতৃৰ পাৱত,
দিওঁতে দিওঁতে যেন
"মা সৰ্ব্বমঙ্গলা !" বুলি
সকমইনাই লভে
শান্তি অন্তিমত ॥

ইতি। ১লা আহিন ১৯১৩।

ভদৰি ৰৰবকম্বাৰ আলি
যোৰহাট। } "সকমইনা"

# উপহাৰ পত্ৰ ।



মোৰ

........................

........................ৰ

চিন স্বৰূপে

এই

পুথি খনি

শ্ৰী ........................ক

উপহাৰ দিলো ।

তাং ........................ } শ্ৰী

# To The Muse.

"সঙ্গীতং কাব্য শাস্ত্রংচ
সরস্বত্যাঃ স্তনদ্বয়ম্" ।

"——————————Goddess, Come
" *While weeping——implores a kindred tear,*
" * * * * * * *
" *And from my heart drive the dim shades of night*
" *With thy full day. O wake one gentle note,*
" *From thy many-stringed harp to still discord,*
" *In crude idyllic numbers as I sing*
" *Of some sacred relics——* "

——*R. V. R.*

# পাতনি ।



আসামৰ আদৰ্শ সতী, আহোম কুলৰ গৌৰব স্বৰূপা জয়মতী কুঁৱৰীয়ে যেনেকুৱা অমানুষিক ভীষণ অত্যাচাৰ সহ্য কৰিও, অসামান্য পতিপৰায়নতাৰ পৰিচয় দি গৈছে, সেইটো ভাবি চালে একেবাৰে বিস্ময়াপন্ন হ'ব লাগে। স্বামীৰ মঙ্গলৰ অৰ্থে ভিকুতাৰ আত্মদান জয়মতী কুঁৱৰীৰ চৰিত্ৰত সম্পূৰ্ণ ৰূপে বিকাশ পাইছে। মুঠতে ক'বলৈ গ'লে, সতী চিৰস্থানীয়া জয়মতী কুঁৱৰী মঙ্গলময় পৰমেশ্বৰৰ এক অপুৰ্ব্ব সৃষ্টি ॥

এই সতীৰ পবিত্ৰ কাহিনী সৰুতে পঢ়াকালত সাধু কথাৰ দৰে আমাৰ স্বৰ্গীয়া আইদেউতাৰ মুখৰ পৰা অনেকবাৰ শুনিছিলো; ডাঙৰ হৈ ইং ১৯০২ সনত শিৱসাগৰৰ ফালে এবাৰ ফুৰিবলৈ যাওঁতে জয়মতী কুঁৱৰীৰ যশস্তম্ভ স্বৰূপ "জয়সাগৰ" পুখুৰি আৰু "জয়দৌল" দেখা পাই, মনত এক অনীৰ্ব্বচনীয় ভাবৰ উদয় হোৱাত জয়মতী কুঁৱৰীৰ আত্মদানৰ কাহিনী লৈ, আমাৰ এখনি কাব্য লিখিবলৈ ইচ্ছা হয়। সেয়েই এই কাব্য খনিৰ প্ৰথম সূচনা। কাব্য লিখা কিন্তু মুখৰ কথা নহয়। আমাৰ নিচিনা মানুহে বৰ্ত্তমান যুগৰ অসমীয়া ভাষাত কাব্য লিখি কৃতকাৰ্য্য হোৱাটো দুৰাশা যেন ভাবি, কেইবাবাৰো পুথিখনি লিখিবলৈ হাতত লৈ

কেই সৰ্গমানৰ অলপ অলপ লিখিয়েই, এৰি দিয়া হৈছিল। কিন্তু মনুষ্য জীৱনত সাধাৰণতঃ মানুহৰ দুৰাশা বিলাকেই বেচি প্ৰবল। আমাৰো অন্তৰৰ দুৰাশা বেচি প্ৰবল হৈ উঠাত, তাৰ ফল স্বৰূপে এই কাব্য খনি পাঠক পাঠিকা সকলৰ আগত দাঙি ধৰিলো। সেই সকলে অৱশ্যে বুজিছে:—

মন্দঃ কবিযশঃ প্ৰাৰ্থী গমিষ্যাম্যুপহাস্যতাম।
প্ৰাংশুলভ্যে ফলে লোভা দুদ্বাহুৰিব বামনঃ॥

কিন্তু উপাই কি? মন যে অবোধ নামানে প্ৰবোধ"।

সেই যাহক, মৰমীয়াল পাঠক পাঠিকা সকলে আমাৰ "কমতাপুৰ ধ্বংস" আৰু "বিৰহিনী বিলাপ কাব্য"ক যি স্নেহৰ চকুৰে চাই লিখোঁতাক উৎসাহিত কৰিছিল,—"তিৰুতাৰ আত্মদান বা জয়মতী কাব্য"কো সেই স্নেহৰ চকুৰে চালেই, আমাৰ শ্ৰম সফল হ'ব।

বৰ্ত্তমান লিখোঁতাৰ মনত নিতান্ত অশান্তি। অশান্তি গতিকে ঠায়ে ঠায়ে যদি পুথি খনিৰ লালিত্য ৰক্ষা কৰিব পৰানাই, সেই বাবে যেন পাঠক পাঠিকা সকলে ক্ষমা দিয়ে। লিখোঁতাৰ অনেক অসুবিধা গতিকে নিজে আঁহি কাকত চাব নোৱাৰাত, যোৰহাট মিউনিচিপেল অফিচৰ হেড্ ক্লাৰ্ক, আমাৰ সুযোগ্য বন্ধু শ্ৰীযুত মহেশ্চন্দ্ৰ শৰ্ম্মা বৰ কটকী,—আৰু "ধৰ্ম্মপ্ৰকাশ প্ৰেছৰ মেনেজিং প্ৰোপ্ৰাইটাৰ শ্ৰীযুত ঘনকান্ত ভট্টাচাৰ্য্য, এওঁলোক দুজনে আঁহি কাকত চাই দি অনেক উপকাৰ কৰিছিল, সেই বুলি তেখেত

বিলাকৰ ওচৰত লিখোঁতা চিৰকৃতজ্ঞ থাকিল।

শেহত কওঁ যে অশেষ চেষ্টা কৰাতো পুথি খনিও ভালে থিনি ভুল থাকি গ'ল। পাঠক পাঠিকা সকলৰ অনুগ্ৰহত পুথি খনিয়ে যদি কেতিয়াবা দ্বিতীয় ভাঙ্গৰণ দেখিবলৈ পায় সেই ভুল বিলাক শুধৰাবলৈ ইচ্ছা থাকিল। সম্প্ৰতি অসহনীয় কেইটামানৰ এথন শুধৰণী পত্ৰ দিয়া গ'ল। পুথি খনি পঢ়াৰ আগতে যেন ম্বৰমীয়াল পাঠক পাঠিকা সকলে সেই ভুল বিলাক শুধৰাই লয়। ইতি

১ অক্টোবৰ ১৯১৩
যোৰহাট। } শ্ৰীহিতেশ্বৰ বৰ বৰুৱা।

# প্ৰস্তাৱনা ।

আসামত "জয়মতী কুঁৱৰী"ৰ নাম সকলোৱে শুনিছে; শিৱ-সাগৰৰ ( বা ৰংপুৰৰ ) "জয়সাগৰ" পুখুৰিও অনেকেই দেখিছে, কিন্তু বুৰঞ্জী পঢ়োতা সকলৰ বাহিৰে জয়মতী কুঁৱৰীৰী সম্পৰ্কে হয়তো বহুতে সম্পূৰ্ণ ঘটনা নাজানে। সেই বুলি এইখিনিতে সেই বিষয়ে কেই এসাৰ মান লিখিবলৈ আগবাঢ়িলো।

ইং ১৬৭০ সনত আহোমৰ চক্ৰধ্বজ সিংহ ( আহোম মতে "চুপুংমুঙ্গ" ) স্বৰ্গী হোৱাৰ পাছৰে পৰা আহোম ৰাজ্যৰ ভিতৰত এটা ভয়ঙ্কৰ বিপ্লৱ হৈছিল। এই বিষয়ে শ্ৰীযুত গেইট্ চাহাবে তেওঁৰ "History of Assam" ত এই দৰে লিখিছে,—যে Since the death of Chakradhvaj Singh in 1670, i.e. in the short space of eleven years, there had been no less than seven kings, not one of whom died a natural death. * প্ৰকৃততে, সেই ১১ বছৰৰ ভিতৰত আহোম সিংহাসনত যি কেইজন ৰজা হৈছিল, তাৰ প্ৰ-

* Mr. E. A. Gait's "History of Assam" Page 159.

আৰু আৰু দ্বিতীয় জনাক অৰ্থাৎ উদয়াদিত্য সিংহ ( চুন্যতফা ) আৰু ৰামধ্বজ সিংহকে ( চুক্লুমফা ) বৰ বৰুৱাই ষড়যন্ত্ৰ কৰি বিহ খুৱাই মাৰে। এই সময়ত কোনো কাৰণ বশত বৰুৱা ফুকন বিলাক ৰাজ কাৰ্য্য ক্ষমতাৰ বিপক্ষ হৈ উঠিছিল। কোনো কোনো লিখকৰ মতে, ৰামধ্বজ সিংহ স্বভাবিক ৰূপে নৰিয়া পৰি মৰে (১)। তৃতীয়, চুহুং ৰজা; এওঁৰ হিন্দু নাম নাছিল। ২১ দিন মাত্ৰ ৰাজ্য ভোগ কৰি এইজনা ৰজাও বৰবৰুৱাৰ গুপ্তচৰৰ হাতত্তেই অকালত প্ৰাণ হেৰুৱায়। চতুৰ্থ আৰু ষষ্ঠ জনাক ( গোবৰ আৰু চুদৈফাক ) বৰফুকনে ষড়যন্ত্ৰ কৰি হত্যা কৰায়; পঞ্চম জনাক ( চুজিনফাক ) বুঢ়াগোহাঁয়ে গৰগাঁৱত ধৰি চকু কাঢে; সেই বেজাৰতে চুজিন্ফাই শিলত মূৰ মাৰি আত্মঘাতী হয়। কোনো বুৰঞ্জীত, তেওঁক শিলেৰে খুন্দি মাৰিলে বুলিও কয় (২)। সপ্তম জনাই পলাই প্ৰাণ ৰক্ষা কৰে। এই পলাই যোৱা জনাই আমাৰ লাঙ্গি গদাপাণি। এওঁৰ আহোম নাম "চুপাতফা", হিন্দুমতে গদাধৰ সিংহ আৰু সধাৰণতে গদাধৰ ৰজা বোলে।

(১) জোনাকী ( ৪থ বছৰ ) আৰু অনাৰেবল্ শ্ৰীযুত পদ্মনাথ বৰুৱাৰ আসামৰ বুৰঞ্জী।

(২) শ্ৰীযুত গেইট চাহাবে লিখিছে, He was seized and his eyes were put out, and he was afterwards stoned to death

———Gait's History of Assam. Page 156.

প্ৰথম বাৰ গদাপাণিয়ে মাত্ৰ সাদিনহে ৰাজ-ভোগ কৰিবলৈ পালে। মন্ত্ৰী সকলৰ ষড়ষন্ত্ৰত পৰি ৰজা হোৱাৰ সাদিনৰ পাছ-তেই, জয়মতী কুঁৱৰীয়ে সৈতে এওঁ অৰণ্যলৈ পলাই যায়। এই গদাপাণিয়েই আমাৰ কাব্যৰ নায়ক, আৰু তেওঁৰ কুঁৱৰী জয়মতী-য়েই আমাৰ প্ৰধান নায়িকা। জয়মতী কুঁৱৰীৰ লাই আৰু লেচাই নামেৰে দুটি ল'ৰা আছিলে, কিন্তু আমাৰ কাব্য খনিত এটিৰ লগতহে সম্বন্ধ আছে; সেইটি ৰৰজনা কোঁৱৰ বা লাই গোহাঁই। (৩) পলাই যাওতে ৰজা-ৰাণীয়ে কোঁৱৰ দুটিক বুঢ়ীমাকৰ ঘৰত থৈ গৈছিল।

গদাপাণি পলাই গ'লত, ইং ১৬৭৯ সনত চামগুৰীয়া ফৈদৰ চুলিকফা কোঁৱৰ ৰজা হয়। এও নিচেই কটাৰি নলীয়া আৰু ল'ৰামতীয়া কোঁৱৰ আছিলে, সেই দেখি এওক হিন্দুমতে "ল'ৰা ৰজা" বোলে। এওঁ সিংহাসনত বহিয়েই কেনেবাকৈ বৰুৱা ফুকন বিলাকৰ ষড়যন্ত্ৰত পৰি আগৰ ৰজা সকলৰ দৰে অকালত প্ৰাণ হেৰুৱাব লাগে বুলি, আশঙ্কিত হ'বলৈ ধৰিলে। আহোম ৰজা সকলৰ ভিতৰত এনে এটি নিয়ম আছিলে, যে যদি কোনো ৰজাৰ কোঁৱৰৰ গাত অঙ্গক্ষত বা ঘাঁ ফোঁহোৰাৰ চিন থাকে,

(৩) এই লাই গোহাঁয়েই পাছত ইং ১৬৯৬ সনত ৰুদ্ৰসিংহ নাম লৈ আহোম সিংহাসনত ৰজা হয়।

তেনেহ'লে তেওঁ আৰু ৰজা হ'ব নোৱাৰে। সেই কাৰণে ল'ৰা ৰজাই গুপ্ত চৰ ধৰি, তলে তলে বহুত ৰজাৰ কোঁৱৰৰ অঙ্গক্ষত কৰোৱালে। ল'ৰা ৰজাৰ এই নিদাৰুণ কাৰ্য্যত অনেক ৰজাৰ কোঁৱৰে অকালত প্ৰাণ পৰ্য্যন্ত হেৰুৱালে। (৪)

গদাপাণি বৰ বাহুবলী আছিল। সকলোতকৈ ল'ৰা ৰজাৰ গদাপাণিলৈ বেচি ভয়। গদাপাণিক ধৰাবলৈ মিহি আৰু লঠা নামে দুটা কুকুৰাচোৱা চাউডাঙ্গৰ লগত ল'ৰা ৰজাই কেনেকুৱা ষড়যন্ত্ৰ কৰিছিল, কেনেকৈ পতিপ্ৰাণা জয়মতী কুঁৱৰীক ধৰাই আনি, নানান তৰহৰ অমানুষিক অত্যাচাৰ কৰাই মাৰিলে, সেই বিলাক এই কাব্য খনিত যথাসাধ্য বৰ্ণনা কৰিবলৈ চেষ্টা পোৱা হৈছে, সেই কাৰণে এই খিনিত সেই বিলাক আৰু পুনৰুক্তি কৰা ন'হল।

জয়মতী কুঁৱৰীক ল'ৰাৰজাই শাস্তি কৰি মৰাৰ পাছতো, গদাপাণি আকৌ বহুতদিন নগাপৰ্ব্বতত পলাই থাকেগৈ। নগাৰ লগত মাজে মাজে পাণ কচু, আদা, জলকিয়া, ইত্যাদি লৈ ভৈয়ামত বেহা

(8) In other to prevent further conspiracies, by removing all possible rivels, Lara Rajah determined to maim or kill all the descendants of former Kings, and it is said that several hundred scions of the royal family were deprived of life or mutilated.

——Gait's "History of Assam" page 158.

কৰিবলৈ আহে আৰু শাহুৱেকৰ ঘৰত গোপনে গোপনে ল'ৰা দুটিক চাই যায়। এইদৰে কিছুদিন থাকি, তাৰ পাচত গদাপাণি পৰ্ব্বত এৰি কামৰূপৰ ফালে গ'ল। গুৱাহাটীৰ বন্দৰ বৰফুকন তেওঁৰ ভিনিহিদেৱেক। ভিনিহিদেৱেকৰ ঘৰতে কিছুদিন থাকি, তেও ৰহালৈ পলাই যায়। ইয়াত ৰহদৈ নামেৰে পোহাৰী এজনীৰ ঘৰত দিনদিয়েক থাকি তেওঁ তিপামলৈ যায়। তিপামত ভাদৈ নামেৰে এজনী পোহাৰীৰ ঘৰত ১০।১২ দিনমান লুকাই থাকি তাতো বিপদ শূন্য যেন নেদেখি তেওঁ পুনৰ শলগুৰিলৈ যায়; আৰু তাৰে আঘণী নামেৰে এজনী পোহাৰীৰ ঘৰত আশ্ৰয় লয়গৈ। কিন্তু তেওঁ শলগুৰিতো বেছি দিন থাকিবলৈ নহ'ল। অৱশেষত তেওঁ ৰাণী-গাঁৱৰ এজনী গাৰোৱণী তিৰুতাত চাপি থাকেগৈ। এই গাৰোৱণী তিৰুতাজনীয়ে তেওঁক বৰ আদৰেৰে ৰাখিছিল। এই গাৰোৱণীকেই কামৰূপৰ "ৰাণীৰজা" বংশৰ মূল বুলি অনেকে অনুমান কৰে। (৫)

ল'ৰাৰজা কিন্তু শীঘ্ৰে বৰুৱা ফুকন বিলাকৰ অপ্ৰিয় হৈ উঠিল। তেওঁৰ অত্যাচাৰ দিনে দিনে বেছি হ'বলৈ ধৰিলে, দেশত মহা হুল-স্থূল হ'ল। গদাপাণি বাহুবলী আছিল, তেওঁ ৰাজ্যৰ হুলস্থূল গুচাব পাৰিব যেন ভাবি সকলোৱে তেওঁক বিচাৰ কৰিবলৈ ধৰিলে। গদাপাণিৰ ভাগ্যলক্ষ্মী আৰু সুপ্ৰসন্না হ'ল। অৱশেষত ইং ১৬৮১

---

(৫) জোনাকী ৩য় বছৰ।

সনত বন্দৰ বৰফুকনে তেওঁক ৰাণী গাঁৱৰ গাৰোৱনীৰ ঘৰত চিনিপাই অন্যান্য বৰুৱা ফুকনে সৈতে পৰামৰ্শ কৰি তেওঁক আহোম সিংহা সনত আকৌ ৰজা পাতিলে। তেওঁ বকলাত নগৰ কৰি "সিঙ্গৰি-ঘৰ" উঠি হিন্দুমতে গদাধৰ সিংহ নাম ল'লে। যিবিলাক বৰুৱা ফুকনে সহায় কৰি তেওঁক ৰজা পাতিলে সেই বিলাকক তেওঁ "ৰাজ-দ্ৰোহী" বুলি ইং ১৬৮২ সনত শালত দি ভূৰ বান্ধি, নইত উটাই দিলে। সেই শালত দিয়া ঠাইকে আজি কালি "শালমৰা মুখ" বোলে।

তেওঁ পলাই ফুৰা কালিনত যিবিলাক প্ৰধান প্ৰধান সত্ৰৰ গোসাইয়ে, তেওক আশ্ৰয় দিবলৈ অস্বীকাৰ পাইছিল তেওঁ ৰজা হৈ সেই সত্ৰ বিলাকৰ উচ্ছেদ সাধন কৰিবলৈ চেষ্টা পাইছিল সেই বিলাক বুৰঞ্জীত বিশদ ভাবে বৰ্ণনা কৰা আছে; কাজেই এইখিত সেই বিলাক উল্লেখ কৰা পুনৰুক্তি মাথোন।

গদাধৰ ৰজাৰ বিষয়ে; "বনৰ মাজত পলাই ফুৰোতে বন দেবী আবিৰ্ভাব হৈ লহঙ্গাৰ মাজত সুমাই ৰক্ষা কৰা" (৬) "শৈলদাৰ আপুনি উদ্ঘাটিত হৈ সোমাবলৈ দিয়া" আদি কৰি ভালেমান আচৰিত আৰু অসম্ভৱ প্ৰবাদ আছে। সেই বিলাক বাখ্যা কৰা এই কাব্য খনিৰ উদ্দেশ্য নহয়।

(৬) জোনাকী— ৩য় বছৰ।

বুৰা মানুহ বিলাকে কয়, গদাপাণিয়ে হেনো ৰজা হৈয়েই ওপৰত কৈ অহা ৰহদৈ ভাদৈ আৰু আঘনী এই পোহাৰী তিনি জনীক ৰজাৰ চ'ৰালৈ মতাই আনিলে। সিহঁতে হেনো শাস্তি কৰাবলৈ আনিছে যেন ভাবি ভয়ত তিনিও জনীয়ে দিঙ্গিত ধৰাধৰিকৈ কান্দিবলৈ ধৰিলে। সেই কাৰণে আসামত আজিও কয়
"ৰহাৰ ৰহ দৈ তিপামৰ ভাদৈ শল গুৰিৰ আঘনী বাই;
"তিনিৰো দিঙ্গিত ধৰি তিতিওয়ে কান্দিছে
"সম্বন্ধত একোয়েই নাই।"
কিন্তু গদাপাণিয়ে হেনো ভালে থিনি ধনে সোণে সৈতে "বৰ-পোহাৰী" বিষয় দি সিহঁত তিনিও জনীকে ঘৰলৈ বিদায় দিলে।

আগতে কৈ অহিবলৈ পাহৰা হল, গদাপাণি ৰজা হৈ ল'ৰা ৰজাক জোগান দি নাম ৰূপত থৈছিল। ল'ৰা ৰজা বৰ কূট স্বভাৱৰ আছিল। মানুহে কথাতে কয়, "চোবে নেৰে চোৰ প্ৰকৃতি কুকুৰে নেৰে ছাই. যাৰ যি প্ৰকৃতি সি মৰিলেও লগত যায়"। ল'ৰা ৰজাৰ হৈছে তেনেকুৱাই। তেও নিজৰ কুপ্ৰকৃতি এৰিব নোৱাৰি গদাপাণিক মৰাবলৈ আকৌ তলে তলে ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। অৱশেষত খবৰ পাই গদাপাণিয়ে তেওক জেৰেঙ্গাত দি মৰালে। গদাধৰ ৰজা শাক্ত ধৰ্ম্মৰ পৃষ্ঠপোষক আছিলে। তেও বৈষ্ণৱ বিলাকক বৰ উপদ্ৰৱ কৰিছিল। গুৱ হাটীত উমানন্দৰ দ'ল এৱেই কৰায়। এওৰ দিনতেই প্ৰথম তাগৰ ফলিত মাৰি দেৱত্তৰ

ব্ৰহ্মোত্তৰ মাটি দিয়ে। ধঁকা আলি, ধোঁদৰ আলি আদি কৰি ভালেমান আলি এওঁৰ দিনতেই হয়। আসীবত মাটি পিয়ল কৰা প্ৰথাটো এৱেঁই প্ৰথমে উলিয়াই। আৰু সেই পিয়ল প্ৰথম ৰং-পুৰতে আৰম্ভ হয়।

ইং ১৬৮৩ সনত মুচলমানে সৈতে এওঁৰ শুক্ৰেশ্বৰৰ ইটাখুলিত এখন যুদ্ধ হয়। অসংখ্য মোগল পাঠান সেনা থাকোতেও, আহোম সেনাৰ আগত তিষ্ঠিব নোৱাৰি মুচলমান বিলাক পলাই গ'ল। আহোম সেনা বিলাকক লগত লৈ গদাপাণিয়েও মুচলমান বিলাকক খেদি নি মানাহ নদীৰ সিপাৰ কৰি থলেগৈ। কালক্ৰমে ইং ১৬৯৬ সনৰ ১৩ ফাল্গুন কৃষ্ণা চতুৰ্থীৰ দিনা গদাধৰ সিংহৰ সংসাৰ লীলা শেষ হ'ল। তেওঁৰ পাছত আহোম ৰজাৰ নিয়মানুসাৰে, তাৰপাছ দিনাখন তেওঁৰ বৰজনা কোঁৱৰ লাই গোহাঁইদেৱেও ৰজা হ'ল আৰু "সিঙৰি ঘৰ" উঠি হিন্দুমতে ৰুদ্ৰসিংহ নাম ললে। ৰুদ্ৰসিংহই ৰজা হৈয়েই তেওঁৰ সতী আইতাক জয়মতী কুঁৱৰীক ল'ৰাবজাই যি ঠাইত শাস্তি কৰোৱাই মাৰিলে; সেই ঠাই ডোখৰৰ ঘটনা জগতত চিৰ স্মৰণীয়া কৰি ৰাখিবৰ মনেৰে, সেই ঠাই ডোখৰকে মাজ কৰি জয়মতী কুঁৱৰী নাম অনুসাৰে "জয়সাগৰ" নাম দি পুখুৰি এটি খন্দাই তাৰপাৰত এটি দৌল কৰালে। আজিও ৰংপুৰ (বৰ্ত্তমান শিৱসাগৰ) নগৰত সেই "জয়সাগৰ" পুখুৰী আৰু জয় দৌলে জয়মতী কুঁৱৰীৰ

যশস্তম্ভ স্বৰূপ হৈ নানা দিগ্‌ দেশত তেওঁৰ সুৰম্যাবী সুলভ সতীত্বৰ পৰিচয় দি অমৰ বাঞ্চনীয় অক্ষয়কীৰ্ত্তি ঘোষনা কৰিব লাগিছে।

ইতি।

যোৰহাট।
১লা আক্টোবৰ ১৯১৩

শ্ৰীহিতেশ্বৰ বৰবৰুৱা।

# শুধৰণী !

| পিঠি | শাৰি | ভুল ছাপা হৈছে | হ'ব লাগে । |
|---|---|---|---|
| ৶০ | ৬ | ( পাতনি ) গমিষ্যম্যাপহাস্ততাম | গমিষ্যামুপহাস্যতাম্ |
| ,, | ৮ | উপাই | উপায় |
| ৵০ | ৩ | ( প্ৰস্তাবনা ) কুঁৱৰীৰী | কুঁৱৰীৰ |
| ।০ | ১ | ( ফুটনোট-প্ৰস্তাবনা ) In other | In order |
| ।৵ | ৭ | ( প্ৰস্তাবনা ) তিতিওৱে | তিনিওৱে |
| ,, | ৮ | " একোৱেই | একোৱেই |
| ২ | ২ | নিচেৈই | নিচেই |
| ৬ | ১০ | একে চুয়ো ৰাতি | একে এই চুয়ো ৰাতি |
| ৭ | ১৫ | বিনাসিলে | বিনাশিলে |
| ৮ | ১ | লঙ্কৰ | লঙ্কাৰ |
| ১০ | ৫ | কান্দিছলে | কান্দিছিলে |
| ১৭ | ১৬ | ম'চিছে | মুচিছে |
| ২০ | ১৪ | আনন্দে চউ | আনন্দ-ঢউ |
| ২১ | ৩ | নাইকীয়া | নাইকিয়া |
| ২৪ | ২ | হিব | সাহব |
| ২৭ | ১৬ | হিতেশ্বৰ | হিতেশৰ |
| ২৮ | ৩ | তুনি | তুমি |
| ,, | ১০ | বন্ধুৱে | বন্ধুৱে |

| পিঠি | শাৰি | ভুল ছাপা হৈছে। | হ'ব লাগে। |
|---|---|---|---|
| ৩৫ | ৮ | উঠলে | উঠিলে |
| „ | ১১ | মিচিকি, হাঁহে | মিচিকি হাঁহে, |
| ৩৮ | ২ | ইতে সিত্তে | ইটে সিটে |
| „ | ১২ | পনীতে | পানীতে |
| „ | ১৫ | সছঁা হয় | সঁচা হয় ? |
| ৩৯ | ৫ | অহাৰ | আহাৰ |
| ৪০ | ৭ | সাগৰত পাই | সাগৰত পায়, |
| „ | ১৩ | সুকীৰ্ত্তি গুণ ? | সুকীৰ্ত্তি গুণ ( ? ) |
| ৪১ | ২ | তোৰেহে যশ ? | তোৰেহে যশ ( ? ) |
| „ | ৬ | ভয়ে, নিৰ্ম্মম গদাকো | ভয়ে, নিৰ্ম্মম ! গদাকো |
| ৪৪ | ৭ | শৰ যন্ত্ৰ | ষড় যন্ত্ৰ |
| ৪৬ | ৩ | ইদৰে তেওঁ | ইদৰে ? তেওঁ |
| ৪৭ | ১৪ | মহাৰাজ ? | মহাৰাজ ! |
| ৫২ | ৩ | যবে | যৱে |
| ৫৩ | ৪ | নিতাল | নিটাল |
| ৫৪ | ৩ | কটোৱাল | কোটোৱাল |
| ৫৯ | ৫ | সোৱামী | স্বোৱামী |
| ৬৫ | ১৫ | „ | |
| ৬৮ | ১১ | „ | |
| ৬৯ | ১৪ | „ | |

| পিঠি | শাৰি | ভুল ছাপা হৈছে। | হ'ব লাগে। |
|---|---|---|---|
| ৬০ | ৭ | মইটো | মইতো |
| ৬৫ | ৪ | ,, | মইতো |
| ৬৯ | ১০ | ,, | মইতো |
| ৭০ | ৭ | ,, | মইতো |
| ৭১ | ৫ | ,, | মইতো |
| ৬৪ | ৬ | সোৱামীক | স্বোৱামীক |
| ৬৬ | ২ | সোৱামীৰ | স্বোৱামীৰ |
| ,, | ১১ | ,, | স্বোৱামীৰ |
| ৬৭ | ৫ | ,, | স্বোৱামীৰ |
| ৭১ | ১ | ,, | স্বোৱামীৰ |
| ,, | ৪ | ,, | স্বোৱামীৰ |
| ৭২ | ৩ | ,, | স্বোৱামীৰ |
| ৬৭ | ১০ | নাভাবিবি | নাভাবিবি |
| ,, | ১৫ | সোৱামীত | স্বোৱামীত |
| ৬৮ | ৪ | তথ পিটো | তথা পিতো |
| ,, | ১৫ | সিটো | সিতো |
| ৬৯ | ১ | ধৰিবটো | ধৰিবতো |
| ৭০ | ১৩ | তুমি ! | তুমি ? |
| ৭১ | ১০ | ৰাখোটা | ৰাখোতা |
| ৭২ | ৫ | এইটো | এইতো |
| ৬০ | — | ষষ্ঠ স্বৰ্গ | ষষ্ঠ সৰ্গ |
| ৬৬ | — | সপ্তম স্বৰ্গ | সপ্তম সৰ্গ |
| ৭৩ | - | অষ্টম স্বৰ্গ | অষ্টম সৰ্গ |

| পিঠি | শাৰি | ভুল ছাপা হৈছে। | হ'ব লাগে। |
|---|---|---|---|
| ৭৪ | ১০ | ক'ত | কত |
| ৭৫ | ৩ | দাত্তিত কৰি | শংতিত্ত কৰি |
| ” | ২ | সুকুমল | সুকোমল |
| ৯৪ | ১৩ | উদ্দেশ্য আছে | উদ্দেশ্য আছে ;— |
| ৯৬ | ২ | যিটো নৰ্বাকিয়ে | যিটো নবকীয়ে |
| ১০১ | ৭ | ফালে তই, | ফালে, — তই |
| ১০২ | ১০ | ৰানীয়ে | ৰাণীয়েও |
| ১০৩ | ৭ | ( ফুট্ নোটৰ ) সম্বভতঃ | সম্ভবতঃ |
| ১০৫ | ৪ | চাই | চায় |
| ১০৮ | ১২ | নথকা হৈঁতণ | নথকা হৈঁতেন |
| ১০৯ | ১ | শুন্দৰ | সুন্দৰ |
| ১১৪ | ৪ | জুৰৰি | জুৰিব |
| ১১৫ | ১১ | কৰি | কৰিলে |
| ১১৭ | ৯ | দেৱ কন্যায় | দেৱ কন্যা |
| ” | ১৭ | | |
| ১১৯ | ১৪ | দেৱ কন্যাই | দেৱৰ কন্যাই |
| ১১৬ | ১ | হাৰা শান্তি | হাৰা শান্তি |
| ১১৮ | ১১ | সত্বৰে গমনে | সত্বৰ গমনে |
| ১২১ | ১০ | হৃদয়ৰ হৃদয়ৰ দুখ | হৃদয়ৰ দুখ |
| ১৩৩ | ২ | জগত | জগতত |
| ১৩৪ | ১০ | য'ত পাপ তাপ | য'ত নাই পাপ তাপ |
| ১৩৫ | ৯ | থিয়লা থিয়লনি | থিয়লা থিয়লি |
| ১৪৫. | ৬ | কবিৰ কলপনা | কবিৰ কল্পনা |

| পিঠি | শাৰি | ভুল ছাপা হৈছে। | হ'ব লাগে। |
|---|---|---|---|
| ১৫৫ | ১৫ | দথমেতাবদজস | সুখমৈতাবদ জম্মু |
| ,, | ১৬ | বিলোভনান্তৰে মম | ষিলোভনান্তৰে মম |
| ১৫৭ | ১২ | সুৰে ৰপি | সুৰৈৰপি |
| ১৫৮ | ১০ | যাব ইদাসৰ | যায় ই দাসৰ |

# এবা পৰি গৈছে।

———:0:———

| | | |
|---|---|---|
| ১০৫ | ২ | শাৰিৰ পাছত "চাউদাগনই চাই, অতি ক্রোধ ভৰে।" |
| ,, | ৭ | শাৰিৰ পাছত "সঁৰাহেৰে চেপি যদি মাংস ওৰলায়।" |

———:0:———

# তিৰুতাৰ আত্মদান

( কাব্য )

---

THY SPIRIRIT IS IMMORTAL AND THY NAME
SHALL BY THE COUNTRYMEN BE EVER BLEST;
E'EN FROM THE TOMB THY WORDS WITH POWER SHALL RISE,
SHALL TOUCH THEIR HEARTS AND BEAR THEM TO THE SKIES'

**MISS MARY CARPENTER.**

## প্ৰথম সৰ্গ ।

---

"——Now o'er onehalf world
Nature seems dead—— — —— ————"

SHAKESPEARE

মৰ আঁউশীৰ নিশা, আকাশো তাৰকে ভৰা,
এটিও ফুলোৱা নাই আজি তৰা আকাশত ।
মহাঘোৰ অন্ধকাৰ, নেদেখি কেনিও ক'তো,

ওচৰতে থকা বস্তু মহা ঘোৰ এন্ধাৰত ॥
দুচকু থাকিও কণা নেদেখি নিছেই, হায় !
চিনিব নোৱাৰি আজি নিজকে নিজেই চাই ॥
নেদেখি নিজৰ দেহা আপোনাৰ হাত ভৰি
নেদেখি পৰ্ব্বত নই কিম্বা বিৰিখৰ ডাল ;
দুৰ্গম নলনি হাবি ( অগম্য বনৰ ছবি )—
সকলো সমান যেন নাই ক'তো একো খাল ॥
এন্ধাৰ পৃথিবী আজি আকাশ এন্ধাৰে ভৰা
নাই ৰশ্মি জিকি-মিকি ( গগণ-মাৰ্গত তৰা ) ॥
দেখিছিলো এই মাত্ৰ জগতৰ চকু সূৰ্য্য
আকাশ-মাৰ্গত জ্বলা, ছৰাই গছত ৰহা,
নিৰ্ম্মল বিলৰ শোভা পুখুৰি-শুৱনী-কৰা
পদুম ( ফুলৰ ৰাণী ) পদুম বনত ইঁহা ॥
সি শোভা এতিয়া নাই, কেনিবাদি আঁতৰিলে,
দিনৰ সৌন্দৰ্য্য-শোভা কোনোবাই হৰি নিলে ॥
ওলালেহেঁতেন যদি আকাশত জোন তৰা
এই ঘোৰ এন্ধাৰতো কিছু দেখা হ'ল হয় ;

নাই কিন্তু জোন তৰা আকাশ এন্ধাৰে ভৰা,
অন্ধকাৰ ভূমণ্ডল, মনত জন্মিছে ভয় ॥
দিনৰ সৌন্দৰ্য্য-শোভা নিশাৰ প্ৰতিমা থনি
দেৱকন্যা-কাষে যেন কলীমলী পিশাচিনী ॥

২

নিৰৱ ব্ৰহ্মাণ্ড খনি, নিৰৱ আকাশ আজি
নিটাল বনৰ পখী, শিয়াল বান্দৰ,
নাই কাৰো ক'তো মাত আজি ব্ৰহ্মাণ্ড নিমাত
মানৱৰ নাই মাত গাজনি মেঘৰ ॥
সকলো নিৰৱ দেখি এনেকুৱা ভাব হয়,
কৰিছে "নিৰব-ব্ৰত" প্ৰকৃতি নিশ্চয়
নিৰৱে প্ৰকৃতি আয়ে কৰিছে ধিয়ান জানো
ঈশ্বৰৰ পাদপদ্ম ( চিৰ শান্তিময় )
একে প্ৰাণে একে ধ্যানে, দেখি এনেকুৱা ভাৱ
পাপীৰ হিয়াতো জন্মে ভক্তি আৰু ভয় ॥
জনমে এনুৱা ভাব— ইৰূপে পিয়ালে পায়

সেই ঈশ্বৰৰ কৃপা;—কোঢ়ালত নাই ॥
পাঠক! কিভাবা তুমি? কেনুৱা তোমাৰ ভাব?
অন্তৰৰ ভাব যদি দুয়োৰো একেই,
আহা কৰোঁ কোলাকুলি কওঁ দুয়ে ৰিঙ্গিয়াই
"হেভকত! কিয় তুমি চিয়ঁৰা এনেই?
"কিৰাতি কি দিন তুমি "হৰি নাম" গাই গাই
"দোৰ্দ্ধোৰ কোঢ়াল কৰা চাপৰি বজাই ॥
"কিয়নো চিয়ঁৰা তুমি? বাঞ্ছিত তোমাৰ কিনো?
"হে ভকত! মুক্তি লাভ? তেনে ধ্যানকৰাঁ।
"নিৰৱে মনতে তুমি প্ৰভূৰ চৰণ পদ্ম,
"নহলে, নোপোৱা মুক্তি হেজাৰো চিয়ঁৰা ॥
"প্ৰকৃতি আইৰ দৰে কৰি "নিৰৱতা ব্ৰত"
"ভাবা বিষ্ণুপদ মুক্তি পাবা অন্তিমত" ॥

৩

মহা ঘোৰ অন্ধকাৰ নাই কতো এ'কো ভিন
কি নগৰ কিবা বন নাই কাৰো একো চিন ॥

সগৰো এন্ধাৰ ঘোৰ বনো অন্ধকাৰ-ময়,
উভয়েই একাকাৰ উভয়তে লাগে ভয় ॥
যদিওবা লাগে ভয় নিশা অতি ভয়ঙ্কৰ
তথাপি পিশাচী নিশা নোহে এই জগতৰ ॥
হোৱা হলে পিশাচিনী, পিশাচী-কোলাত কিয়
শুব জগতৰ নৰ নাৰী সকলোটি জীৱ ?
মাতৃৰ কোলাত শোৱে মহানন্দে ল'ৰা যেনে,
ভাগৰুৱা নৰে কিয় নিশাৰ কোলাত তেনে
লভিছে বিৰাম আজি ? হোৱাহলে এই নিশা
পিশাচিনী ভয়ঙ্কৰা ? নহয় নিশ্চয় মিছা
নহয় পিশাচী নিশা ;—এই নিশা কবি-প্ৰাণ
নাই একো শান্তিময়ী এই নিশাৰ সমান ॥

৪

এই নিশা কালে বহি কবিগুৰু বাল্মীকি
বিৰচিলে "সপ্তকাণ্ড কাব্য ৰামায়ণ",
এয়ে সেই একে নিশা ভাৰতৰ কালিদাসে

বিৰচি কবিতা—কুঞ্জ মানস—মোহন
লভিলে অমৰ কীৰ্ত্তি, এয়ে সেই একে ৰাতি
ৰচিলে যি ৰাতি সুখে "ভট্টি কাব্য" কবি ভৰ্তৃ ॥
এয়ে সেই একে নিশা যেৱে কবি চেক্ষপীৰে
আৰ্জ্জিলে অক্ষয় কীৰ্ত্তি, অন্ধক মিল্টণ
লিখিলে নতুন ছন্দ অমিত্ৰ অক্ষৰ ৰূপী
সেই ৰাতি এয়ে যিটো কবিৰ জীৱন ॥
যেই নিশা বহি বহি শঙ্কৰ মাধৱদেৱ
ভাঙ্গিলে "কীৰ্ত্তন" আৰু "ঘোষা" ( বৈষ্ণৱৰ প্ৰিয় ) ॥
এই ৰাতি সেই ৰাতি একেডুয়ো ৰাতি
যি ৰাতি আৰাধি কবি কল্পনা সুন্দৰী
আঁকে নানা বিধ ছাব নানা বৰণীয়া কৰি
গাঁথে মনোহৰ মালা প্ৰাণ মন হাৰী ॥
এয়ে সেই একে ৰাতি, আহা ! যিৰাতিৰ ফল
কাব্য কবিতাৰ কুঞ্জে কৰে সাহিত্য উজ্জ্বল ॥

৫

হে কল্পনা ! যাৰ ভাগ্যে তোমাৰ কৰুণা —

লাভ হয়, সেয়ে, দেবি ! অতি ভাগ্যবান,
তাৰে হৃদয়ত বয় অমৃতৰ নই,
তোমাৰ প্ৰসাদে তাৰ অমৰ পৰাণ ॥
অকবিও হয় কবি, মৰিও অমৰ,
যৰে তুমি কৃপাকৰা ভাগ্যবান নৰ ॥
তোমাৰ কৃপাতে দেবি ! বিৰহ-ব্যাকুল
যক্ষ বনবাসে থাকি প্ৰিয়সীৰ ঠাই
পঠালে মেঘক দূত ; তোমাৰে মায়াত ;
মোহ গ'ল শকুন্তলা দুষ্মন্তক পাই ।
তোমাৰ ছলতে পুনু বিৰহ-দহন
ঘটিলে দুষ্মন্তে স'তে, আকৌ মিলন ॥
তোমাৰ ছলতে; দেবি ! শতভাই স'তে
তিয়াগিলে মৰ্ত্ত্য লোক ৰাজা দুৰ্য্যোধন
কুৰুক্ষেত্ৰ সমৰত ; ছলতে তোমাৰ
বিনাসিলে দ্ৰোণপুত্ৰে দ্ৰৌপদী নন্দন ॥
তোমাৰ কৃপাতে দেবি ! মহাশ্বেতা সতী
শুনিছিলে দৈৱবাণী,—পালে মৃত পতি ॥

তিকতাৰ আত্মদান কাৰা।

তোমাকে আশ্রয় কৰি লঙ্কাৰ ৰাৱণে
পালে স্বৰ্ণময়ী লঙ্কা; ছলতে তোমাৰ
হৰিলে ৰামৰ সীতা, মৰিলে সবংশে
ৰাম লক্ষ্মণৰ বাণে—শাপত সীতাৰ ॥
তোমাৰে নিৰ্দ্দয় ছলে সীতা গ'ল বন,
তপোবনে লৱ কুশ—লভিলে জনম ॥
তোমাৰ কৃপাতে দেবি! বীৰ ৰাম চন্দ্ৰে
মায়া দেবী সতে গল যমৰ নগৰ
সম্ভাষা কৰিলে নিজ পিতৃ-আত্মা স'তে
জীয়ালে সুমিত্ৰা-পুত্ৰ লক্ষ্মণ প্ৰাণৰ ॥
তুমিয়ে দেখালা, দেবি! সীতাক পাতাল
তোমাৰ মায়াতে জন্ম পালে মহাকাল ॥

৬

ই ঘোৰ নিশাত, দেবি! মায়াত তোমাৰ হায়!
পিতাকৰ প্ৰেতাত্মাৰ সতে সম্ভাষণ
কৰিছিলে হেমলেট (ওফিলীৰ (১) প্ৰাণধন,
প্ৰাণৰ উপাস্য দেৱ) শেষে কৰি ৰণ

লিয়েৰটিচৰে সতে, হায় ! দেবি ! অকালত
কৰিলে পৰাণ ত্যাগ মাথোঁ তোমাৰ দোষত ॥
তুমিয়ে বধিলা, দেবি ! পাতি মহা কূট-জাল
ডন্‌কেনৰ প্ৰাণ মেক্‌বেথৰ হাতত
শুনাই ভবিষ্য-বাণী দুটি-দুটি-অৰ্থ-থকা
পিশাচীৰ মুখে, হায় ! ঘটালা বিপদ ॥
তোমাৰ ছলতে এৰে মুৰ (২) ওথেলোৱে প্ৰাণ
সংহৰি প্ৰাণৰ প্ৰিয়া ডেচ্‌দিমোনাৰ পৰাণ ॥
দেখিলে ৰোমিও, দেবি ! তোমাৰ মায়াতে মাথোঁ
চিৰ শত্ৰু কেপুলেট-উংসৱৰ ঘৰ,
তোমাৰ ছলতে লভি ভালপোৱা জুলিয়াৰ (৩)
উভয়ে লভিলে শেষে শান্তি স্বৰগৰ ॥
প্ৰেমিক প্ৰেমিকা দুয়ো মিল হ'ল অস্তিমত
প্ৰেমৰ অপূৰ্ব্ব চিত্ৰ দেখুৱাই জগতত ॥

৭

চাবাছ ! কল্পনা ! তুমি, তুমি কিন্তু বহুৰূপা,

( ১ ) Opheliaৰ ( ২ ) Moor জাতীয় । ( ৩ ) Julietৰ ।

অস্থিৰা চঞ্চলা তুমি, একো থিব নাই—
তোমাৰ ভাবৰ, তুমি কাকোৰা সজোৱা, দেৱি !
সুখী কৰি, কাকো তুমি থোৱা কন্দুৱাই ॥
তোমাৰ মাথোন, দেৱি ! নিৰ্ম্মম ছলত পৰি
কান্দিছিলে শত পুত্ৰ শোকে গান্ধাৰী কুঁৱৰী ॥
মায়াবিনী তুমি অতি—তোমাৰ মায়াতে পুনু
ভাৰত-ৰমনী ৰত্ন সাবিত্ৰী সুন্দৰী
সৰ্ব্বাঙ্গ মহিমা ভৰা কৰি এই ভাৰতক
জীয়ালে আপোন স্বামী নানা ছল কৰি ॥
তোমাৰ মাথোন মায়া কৃষ্ণে কৰি কংসভয়
আছিলে তাহানি সেই নন্দৰ ঘৰত গই ॥
মায়াবিনী তুমি যদি নহ'লাহেঁতেন, দেৱি !
কিৰূপে কৰিলে, হয় পাৰিচে ট্ৰয়ৰ ( ৪ )
মেলিনচৰ প্ৰিয়সী হেলেনা দেবীক চুৰি ?
কি সাধ্য তেনে, হে দেৱি ! আছে পাৰিচৰ ?

---

( ৪ ) Troy দেশৰ ।

মহাযুদ্ধ "ট্ৰয়যুদ্ধ" ( ৫ ) মহাকাব্য "ইলিয়াড" ( ৬ )
পালে কি হেঁতেন, দেবি ! জগতৰ নৰে স্বাদ ?

৮

যাহোক, কল্পনা ! তুমি ইঘোৰ ৰাতিত মোক
চেনেহি ! চেনেহ কৰি কোৱাঁছোঁ এবাৰ,
সৌৱা যে দূৰত কিবা জ্বলিছে পোহৰ এটি,
কিহৰ পোহৰ সিটো ? সেই ঘৰ কাৰ ?
নোহোঁ কালিদাস মই, নহও ভাৰবী, দেবি !
নোহোঁ ভৱভূতি, ভৰ্ত্তৃ, নোহোঁ মই কোনো কবি ॥
নোহোঁ চেক্ষপীৰ কিম্বা ভাৰ্জ্জিল হোমাৰ মই,
নোহোঁ ছদি, নোহোঁ স্কট্ নহওঁ মিল্টণ,
নোহোঁ ব্যাস বাল্মীকি, দান্তে, ড্ৰাইদেন, মূৰ,
নোহোঁ কবি বাইৰণ, ছেলী, টেনিছন ॥
নাই তেনে ভাগ্য মোৰ, মই সি সবৰ দৰে
ভুলাম জগত-জন তেনে সুললিত সুৰে ॥

( ৫ ) Trojan war.
( ৬ ) গ্ৰিক মহাকবি হোমাৰে ( Homer ) লিখা 'ইলিয়াড্' ( Illiad. ) মহাকাব্য ।

মোৰ বলবীৰ্য্য, দেবি ! আকাশ কুসুম মাথোঁ
দুৰাশা সঙ্গিনী মোৰ সদা সৰ্ব্বকালি,
চকু নাই, খোজোঁ চাব পূৰ্ণীমা নিশাৰ জোন
কোন মূৰ্খ মোৰ দৰে ? কিনো এই কপাল !!
তুমি, হে কল্পনা দেবি ! কবিৰ আৰাধ্য ধন,
কিবা পুণ্য আছে মোৰ পাম মই সিৰতন ?

৯

কিন্তু, হে কল্পনা দেবি ! তুমি অতি দয়াময়ী
কৃপা কৰি কোৱাঁ, সেয়া কিহৰ পোহৰ ?
কোনেনো জ্বলায় চাকি এই ঘোৰ অৰণ্যত ?
কিহৰ পোহৰ, দেৱি ! ই নিশা দুপৰ ?
এই মহা নিশা সৰে আছে ঘোৰ টোপনিত,
কোন তেওঁ সাৰে আছে, দেৱি ! কিনো গুণগীত ?
কোৱাঁ, দেবি ! কোন তেওঁ ? সেই চাকি পোহৰত
কি লিখিছে ? কি চিন্তিছে ? কাৰ আৰাধনা—
কৰিছে নিৰবে আজি ? লিখিছে কাব্য, কবিতা—
মনপ্ৰাণ মুগ্ধকৰ তেঁও কি, কল্পনা ?

যদি নাই লিখা, দেৱি ! কোনে আজি কি কৰিছে ?
কোনেনো জ্বলাই চাকি তাত টোপনি গইছে ?
কোৱাঁ, দেবি ! দেখোঁ তাত কিহৰ পোহৰ সিটো ?
এয়েনে "কালিকাজুই" ? ঘোৰ এন্ধাৰত
শনি মঙ্গলৰ নিশা (শুনিছোঁ কানেৰে মাথোঁ)
এয়েনে ওলায়, দেবি ! গছৰ তলত ?
নোহে যদি, বলা, দেবি ! যাওঁ তেনে দুয়োজন,
বলা, কিনো আছে তাত কৰো গই দৰশণ ॥



# দ্বিতীয় সৰ্গ



"———Tho' ours the home of want, I never repine;
Art thou not there, even thou a priceless jem and mine?"
———————Maichael M. S. Dutt.

পাঠক! কেনুৱা তুমি? তোমাৰ হৃদয় কেনে?
আছেনে তোমাৰ ভূত পেৰেতৰ ভয়?
যদি আছে, হে পাঠক! দূৰ হোৱাঁ তুমি,
নতু,—হোৱাঁ নিৰ্ভয় হৃদয়॥
সাহসে ভৰাই হিয়া আহাঁ, হে পাঠক! তুমি
যাওঁ অজি, চাওঁ সে'য়া কিহৰ পোহৰ?
পুৰুষ জনম ধৰি যদি ভূত-ভয়
কৰা, তুমি পুৰুষ কিহৰ?
যদি কৰা ভূত—ভয়, হাঁহিব জগত-জনে,

মাইকী ছোৱালী বুলি জগতে নিন্দিব ।
থাকিব দুৰ্যশ বৰ তোমাৰ, পাঠক ।
ভয়াতুৰ ! জগতে হাঁহিব ॥
নকৰিবা ভয় তুমি, সাহসী পাঠক মোৰ !
সাহায়াল হোৱাঁ আগে আগে যাওঁ মই,
আহা পাছে পাছে তুমি,— সোমাওঁ অৰণ্য,—
আহা আজি নিৰভয় হই ॥

২

তুমিও আহাঁ, হে দেবি ! কল্পনা কবিৰ প্ৰাণ !
নকৰিবা বেলা আৰু, বধলাগে মোৰ !
ব'লা যাওঁ, সোঁৱা, দেবি ! বনৰ মাজত
কিয় জ্বলে অগনিৰ জোঁৰ ?
ইনো কি আকউ ! কোনে উচুপি কান্দিছে, দেবি !
সোঁৱা বনৰ মাজত ? কোৱাঁ দেবি ! মোক
এই মহা নিশা আজি এনুৱা কালত
জনমিলে কাৰ মহাশোক ?
কিয় কান্দে ? কান্দে কোনে ? পালে কোনে পুত্ৰ শোক

নহ'লে কান্দিছে কোনে ? কোন দুৰ্ভাগিনা
হেৰুৱাই পতিধন, পৰাণ ৰতন,
কান্দে আজি হই অনাথিনী ?
মাততে জানিব পাৰি মাইকী মানুহ বুলি,
শোকাকুলা বুলি দিয়ে চিনাকী কান্দোনে;
বৰ শোক পাওঁ, দেবি ! দেখুৱা তেঁওক
কান্দিছে যি সঘনে সঘনে ॥
দিয়া দিব্য চকু মোক মই আজি লওঁ চাই,
কোনেনো কান্দিছে এই বনৰ মাজত ?
ইঘোৰ নিশাত, দেবি ! ওলায়নো কাৰ
চকুপানী দুয়ো নয়নত ?

৩

ইনো কি আকউ ! এই সোণৰ পুতলা, হায় !
বনৰ মাজত দেহা লুতুৰি-পুতুৰি !!
অকলে অৰণ্য—মাজে গছৰ তলত
বিষাদত কান্দিছে ফেঁকুৰি ॥
কিয় কান্দে ? কাৰ এওঁ প্ৰেমৰ প্ৰতিমা ধন ?

কাৰ বিৰহত আজি খাটে বনবাস ?
যৌবনেৰে ভৰা, আহা ! সুন্দৰী প্ৰতিমা
কাৰ আশে হইছে নিৰাশ ?
কেনুৱা প্ৰণয়ী সিটো ? ত্যজিলে যিটোৱে, হায় !
এনুৱা লাৱন্য মূৰ্ত্তি অকলেৰনত ?
কোন সিটো মহা পাপী নিৰ্ব্বোধ পুৰুষ ?
নাই তাৰ প্ৰেম হৃদয়ত ?
ধিমিক—ধামাক কৰি দোৰঘোৰ অৰণ্যত,
গাভৰুৰ কাষে জ্বলে এটি মাত্ৰ চাকি,
এই পোহৰিলে, এই কৰিলে এন্ধাৰ,
উঠে জ্বলি পুনু থাকি থাকি ॥
কোননো গাভৰু এওঁ ? কান্দে কি কাৰণে হায় !
আছে কি কাৰণে বহি প্ৰাণ শূন্যা—সম ?
কিয় কাঢ়ে হুমুনীয়া দীঘল—দীঘল ?
কিয় পুনু কৰিছে ক্ৰন্দন ?
কান্দিছে ম'চিছে পানী দুয়োটি চকুৰে পৰা;
বাটলই চায় ঘনে কিহৰ আশাত ?

আহিৰনো কোন ? আছে কোনৰ তেওঁৰ ?
থাকি থাকি কিয়নো নিমাত ?

৪

ইনো কি আকউ ! এটি মনোহৰ ডেকা মূৰ্ত্তি
এখুজি—দুখুজি আহে গাভৰুৰ ফালে !
ক'ৰ ডেকা ? কোন এওঁ ? এই মহা নিশা
আহে কিয়—ই ঠাই অকলে ?
গাভৰু তিকতা, হায় ! তাতেই অকলে আজি;
ইঘোৰ নিশাত ডেকা গাভৰুৰ কাষে
আহে কি কাৰণ ? আছে কিবা অভিপ্ৰায় ?
নতু, কিয় আহে কোন আশে ?
বিৰস বদন ডেকা ( আকৃতি দেখিলে, হায় !
ৰজাৰ কোঁয়ৰ বুলি জনমে বিশ্বাস )
ধীৰে ধীৰে আহি, ৰহি গাভৰুৰ কাষে
পেলালেহি দুখৰ নিশ্বাস !!
গাভৰুৰ মৃতদেহ বিষাদ ব্যাকুল ডেকা
উলিয়ালে চকু পানী, বাৰিষা কালত

পৰে যেনে বৰষুণ, পৰিলে সিদ্ধপে
চকুপানী অৰণ্য—মাজত ॥

৮

কান্দি কান্দি মহাশোকে বুলিলে দুখেৰে ডেকা :—
"হায় ! মোৰ প্ৰাণেশ্বৰি ! প্ৰিয়ে জয়মতি !
"কিয় তুমি আহিছিলা এই ঘোৰ বন ?
"কিয় ভোগ কৰা দুৰগতি ?
"মই দুৰ্ভগীয়া, প্ৰিয়ে ! দুখকষ্ট অৰণ্যৰ
"আছে অদৃষ্টত মোৰ, কঙ্গালে সইতে
"অৰণ্যত আহি তুমি, হই কঙ্গালিনী
"ভুঞ্জা ক্লেশ কিহৰ নিমিত্তে ?
"হায় ! প্ৰিয়ে ! তুমি মোৰ হিয়া—ফুলনীৰ ফুল
"ঢোপাকলি হয়েনেকি থাকিবা সদাই ?
"নুফুলি মাহাছি, প্ৰিয়ে ? হায় ! অকালত
"ঢোপাকলি লেৰেলি শুকায় !!

"বনৰ গোলাপ প্ৰিয়ে! নিজে ফুলে নিজে সৰে,
"আপোন গোন্ধত থাকে নিজে মোহ গ'ই,
"নিৰ্জ্জনে বনত জহে—বনৰ মাজত
"সিকাৰণে মমতা নহয়॥
"কিন্তু তুমি, প্ৰানেশ্বৰি! মোৰ ফুলনীৰ ফুল,
"আদৰ—সাদৰ কৰি তোলা যতনেৰে,
"তোমাৰ ইকষ্ট মই কিৰূপে সহিম?
"হায়! প্ৰিয়ে! হৃদয় বিদৰে॥
"তোমাৰ কেলেশ, প্ৰিয়ে! মোৰ হৃদয়ত শেল,
"ভুঞ্জিছো যি কষ্ট মই, যদি এশ মুখ
"অন্য কথা এবি তাকে কয় নিৰন্তৰ,
"নোৱাৰে বৰ্ণাব মোৰ দুখ॥
"হায়! প্ৰিয়ে! যাৰ মুখ দেখিলে আগেয়ে মোৰ
"উঠলে আনন্দে ঢেউ, ভুলো শোক দুখ,
"জনমে সন্তাপ আজি দোৰ্ঘোৰ যাতনা
"কিয়, প্ৰিয়ে! দেখি সেই মুখ?
"যাক দেখি, হায়! প্ৰিয়ে! হৃদয় তোমাৰ নাচে,

"যাক দেখি হাঁহা পূৰ্বে হাঁহি মিচিকীয়া,
"কিয়, প্ৰিয়ে ! কান্দা তুমি দেখি আজি তাক !
"কিয় মুখ হাঁহি নাইকীয়া ?
"তোমাৰ কেলেশ, প্ৰিয়ে ! নোৱাৰোঁ সহিব আৰু,
"ব'লা, থই আহোঁ গই তোমাক ঘৰত ।
"মোৰ শত্ৰু ল'ৰাৰজা, মই বৈৰী তাৰ,
"তুমি ভয় কৰিছা কিহত ?
"দেখা পাই, প্ৰাণেশ্বৰি ! চকুলো তোমাৰ, হায় !
"কান্দিছে অন্তৰ মোৰ, জ্বলিছে অগনি
"হৃদয়ত, শোক-ঢৌ উঠিলে সঘনে,
"প্ৰিয়ে ! মই নাপাওঁ তৰণি
"জনমিছে যেনে কষ্ট চকুলো তোমাৰ দেখি,
"ভুঞ্জিছো যেনুৱা ক্লেশ তোমাৰ দুখত,
"তেনুৱা শবদ নাই, যিশব্দেৰে, প্ৰিয়ে !
"প্ৰকাশিম তোমাৰ আগত ॥"
এই বুলি গদাপানি নিৰৱে থাকিল শোকে,
জৰ জৰ কৰি পৰে চকুলো দুধাৰ;

তিতে যেনে ফলফুল নিয়ৰ পানীত,
তিতে তেনে দুচকু গদাৰ ॥

৬

স্বামীৰ কেলেশ জানি পতিপ্ৰাণা জয়মতী
হুক্—হুক্ কৰি শোকে কান্দিব' ধৰিলে,
যেনে নি ৰৰ পানী দুবৰি বনত,
চকু পানী তেনে ওলমিলে ॥
কান্দি কান্দি জয়মতী বুলিলে স্বামীক শোকেঃ—
"তুমি মোৰ দুখুনীৰ একেটি ৰতন,
"তুমি মোৰ প্ৰাণপতি তুমি মোৰ ধ্যান,
"তুমি মোৰ জীৱৰ জীৱণ ॥
"প্ৰাণ এৰি, হায় ! নাথ ! থাকেনো যৰত কোনে !
"যিথাকে থাকোক, কিন্তু নাগাকে কদাপি
"প্ৰাণ এৰি জয়মতী; যদি প্ৰাণ যায়,
"পতিসঙ্গ নেৰিব তথাপি ॥
"অৰণ্যত কিবা দুখ, হায় ! নাথ ! আছে মোৰ ?
"তুমি য'ত আছা, মোৰ আছে স্বৰ্গ-সুখ,

"তুমি তৰু, মই লতা, দুয়ো একে ঠাই,
"তাত নাথ ! আছে কিবা দুখ ?
"তুমি দেহা মই ছঁয়া, দেহা য'তে থাকে, নাথ !
"ছঁয়াও থাকিব তাতে, নতুন নহয়
"এই কথা আজি, নাথ ! কিবা দুখ আছে ?
"তাত মোৰ আনন্দ নিশ্চয় ॥
"নাৰীৰ ভূষণ পতি, তুমি মোৰ অলঙ্কাৰ,
"তুমি আছা বুলি, নাথ ! আছে সেন্দুৰৰ
"ফোঁট মোৰ কপালত, বিধৱাৰ ক্লেশ
"ভোগ কৰা নাই, প্ৰাণেশ্বৰ !
"তেনুৰা ৰতন তুমি, তোমাক তিয়াগি, নাথ !
"কিৰূপে ঘৰত থাকোঁ ? হায় ! কোন নাৰী
"স্বামীক তিয়াগি থাকে সুখেৰে ঘৰত ?
"হায় ! নাথ ! নোৱাৰোঁ নোৱাৰি ॥
"কি কৰিব ল'ৰাৰজা ? নাই সেই ভয় মোৰ,
"নোহোঁ, নাথ ! মই অতি ভয়াতুৰা তিৰী,
"মাৰিব পৰাণ মোৰ ? কিম্বা শাস্তি দিব ?

"হায় ! নাথ ! সুখে স'ব পাৰি ॥
"সকলো : হিব পাৰোঁ, মোৰাৰো সহিব মাথোঁ।
"তোমাৰ বিলাই, নাথ ! শত্রুৰ হাতত !
"নউ দেখোঁতেই মই তোমাৰ কেলেশ,
"পৰোঁ যেন কালৰ মুখত ॥"
এই বুলি জয়মতী কৰিলে বিলাপ বহু,
বৰষুণ পানী যেনে পৰে বাৰিষাত,
পৰে তেনে টোপা-টোপে চকুলো দুধাৰ
দুয়োটি চকুৰে পৰা গাত ॥

' ৭

ভাৰ্য্যৰ কান্দোন শুনি বিয়াকুল গদাপানী
কান্দি কান্দি ক'লে, "হায় ! প্ৰিয়ে জয়মতী !
"পূৰ্ব্ব জনমৰ মোৰ পূৰ্ণ্যৰ বলত
"তোমাক লভিলোঁ ভাৰ্য্যা, সতি !
"কতনো স্বামীৰ আছে কতনো তিকতা, সতি !
"কত স্বামী তিকতাৰ ভালপোৱা আছে,
"কিন্তু, প্ৰিয়ে ! যেনেকই ভাল পোৱা তুমি,

"সন্দেহ তেন্তুৰা আছে নাছে ।"
"সেই বুলি কিন্তু, প্ৰিয়ে ! ম[illegible] বৰ শোক পাওঁ,
"তোমাৰ কেলেশ দেখি জীৱন নৰয়,
"তিনি সাজ নাই খোৱা, আৰু কত দিন
"জীৱা তুমি নাখাই-নবই ?
"কুমলীয়া লতা, হায় ! নিৰস মাটিত, প্ৰিয়ে !
"নাপালে গুৰিত ৰস, জীয়ে কত দিন ?
"অকালত, হায় ! মোৰ কুমলীয়া লতা
"নিৰস, বিবৰ্ণ শোভাহীন !!
"কাকনো খুজিম, প্ৰিয়ে ? কোনেনো কি দিব, হায় !
"নিৰ্জ্জন বনত এই ? —বহুকষ্টে মই
"আনিছোঁ চাউল মুঠি, নাকান্দিবা আৰু,
"প্ৰিয়ে ! তুমি যোৱাঁ ৰান্ধাগই ॥
"যদিও দৰিদ্ৰ আজি নাই তাত দুখ মোৰ,
"তুমি যাৰ আছা তাক দৰিদ্ৰ নকয়,
"আছে যাৰ প্ৰিয় ভাৰ্য্যা নিচিনা তোমাৰ,
"সদা তাৰ স্বৰ্গ-সুখ হয় ॥



ঘ

"দৰিদ্ৰতা দুখে মই নাকান্দো অলপো প্ৰিয়ে ?
"নাপাওঁ কেলেশ মই বনৰ দুখত,
"পাওঁ মাথোঁ বৰ শোক দেখিলে তোমাৰ
"দুধাৰি চকুলো নয়নত ॥"
এই বুলি গদাপাণি চকুৰ চকুলো টুকি,
দিলে খুজি অনা, হায় ! চাউল টুপলি;
ৰান্ধি বাঢ়ি জয়মতী খুৱালে স্বামীক,
খালে ভাত চকুলো মিহলি ॥

৮

চকুলো ! কেনুৱা তই ? কেনুৱানো তোৰ, হায় !
নিৰ্দ্দয় হৃদয় ? তই কিয়নো ওলায় ?
কি সুন্দৰ চকু দুটি ! নাই ক'তো বিন্ধা,
ওলাবৰ কেনি বাট পায় ?
নিৰ্দ্দয়া, চকুলো ! তই, যৱে অভিমন্যু বীৰ
বিদায় মাগিব গ'ল উত্তৰাৰ ঠাই
হায় ! যুদ্ধ-যাত্ৰা কালে, দুৰ্ভাগী উত্তৰা
দেখিলে এন্ধাৰ জোক পাই ॥
তয়েনে, চকুলোঐ ? যি ধৰিলে ঢাকি, হায় !

উত্তৰাৰ দুই চকু ? যৰে দেখা হয়
শেষদেখা স্বামী স'তে ? নেদেখিলে সতী
পতি মুখ ? সেৱেনেকি তই ?
কত আশা কৰি দেবী সুভদ্রা পৰাণ ভৰি
খুজিছিল চাই ল'ব অভিমন্যু-ধন,
তই কিন্তু, নিৰদয়া ! ঢাকিলি দুচকু !
নেদেখিলে প্রাণৰ নন্দন ॥
নিদ্ময়া, চকুলো ! তই, তোৰ অতি কাঠ-চিত্ত,
দু-গীয়া দুৰ্ভাগীক কত বাধা দিয় !
আশাত নিৰাশ কৰ, হায় ! পাপীয়সি !
তোৰ এনে কুস্বভাব কিয় ?

৯

কিয় নিন্দো, হে চকুলো তুমি অতি দয়াবতী
মিলনৰ পাছে পাছে প্রিয়সী-বিৰহে,
হৃদয় ব্যাকুল হ'লে, কোনে শান্তি দিয়ে ?
তুমি তেওঁ, আৰু কোনো নোহে ॥
হে চকুলো ! নিন্দো কিয় ? বিপত্নীক হিতেশ্বৰ

তিৰুতাৰ আত্মদান কাব্য।

তুমি মাথোঁ ভাৰসাৰ থল সংসাৰত,
হেৰুৱাই অকালত জীৱন সঙ্গিনী,
তুমি তাৰ সঙ্গী জীৱনত ॥
প্ৰাণাধিকা অৰ্দ্ধাঙ্গিনী অৰ্দ্ধ অঙ্গ শূণ্য কৰি
সুখৰ সপোন ভাঙ্গি গইছে স্বৰ্গত,
তুমি মাথোঁ হিতেশক শান্তি দিয়া, দেবি !
সখীৰূপে দুখৰ কালত ॥

আৰু

দু-গীয়া নৰ যবে পৰে, হায় ! বিপদত,
বন্ধুয়ে তিয়াগি তাক যায় এৰি থই,
কিন্তু, হে চকুলো ! তুমি তেন্দুৱা কালত
থাকা তাৰ লগৰীয়া হই ॥
ই স্নেহ সামান্য নোহে, এনুৱা চেনেহ নাই;
নাই নৰ-হৃদয়ত, হায় ! কোনজন
বিপদৰ সঙ্গীহয় ? আপদ কালত,
যবে নৰ বিষাদ মগন ?
পৰাণৰ পুত্ৰে যবে কৰে, হায় ! প্ৰাণত্যাগ
দুৰ্ভাগিনী জননীক কন্দুৱাই থই,

সিকালত হে চকুলো ! নিচুকায় কোনে
দুভাগীক ? তুমিয়ে নহয় ?
জনক জীয়াৰী সীতা অশোক বনত যেতিয়া
বন্দিনী আছিল, হায় ! তেতিয়া কালত
আছিল লগত কোন ? সৰমা ? নহয়,
তুমিয়েহে সীতাৰ লগত ॥
বিপদৰ বন্ধু তুমি, তুমি অতি দয়াবতী,
বৰ স্নেহ কৰা তুমি বিপদ কালত,
নিচিনে তোমাক আনে, মই চিনি পাওঁ,
তুমি মাথোঁ বন্ধু বিপদত ॥

* * * * *
* * * * *

১০

কি কাম কৰিলা, দেবি ? কিহৰ লগত আনি
মিহলি কৰিলা কাক ? হায় ! হে কল্পনা !
এৰি চকুলোৰ কথা, যাৰ কথা লাগে
কোৱা তাক নকৰা ছলনা ॥

*  *  *  *  *  *

*  *  *  *  *  *

খাই-বই জয়মতী শুৱালে আপোন স্বামী,
আপুনিও শুলে তাতে অৰণ্য—মাজত
দ্বাপৰ যুগত যেনে সতী প্ৰতিব্ৰতা
দময়ন্তী নলৰ কাষত ॥
মাতৃৰ কোলাত যেনে ল'ৰা শোক দুখ ভুলে
ভুলিলে সিৰূপে ক্লেশ নিদ্ৰাৰ কোলাত
দুয়োটিয়ে, নাই আৰু কোনো শোক দুখ,
পাহৰিলে সকলো নিদ্ৰাত ॥
পাঠক! কি কৰা তুমি? থাকানে ইয়াতে আজি?
থাকি কি কৰিবা? আৰু নালাগে থাকিব।
দুখে শোকে দুয়োটিযে শুইছে থন্তেক,
সাৰ পাই আকউ কান্দিব ॥





## তৃতীয় সৰ্গ।

"——O happiness enjoy'd but of a few!
And if possess'd as soon decay'd and done
As is the morning's silver melting dew
Against the golden splendour of the sun"!

——SHAKESPEARE.

গ'ল অন্ধকাৰ ৰাতি, আহিল পুঁৱতী ঘূৰি,
জীৱ জন্তু পালে সাৰ পাই পুনু প্ৰাণ;
দেখা দিলে পূব ফালে ৰঙ্গচুৱা বেলিটিয়ে,
বনৰ চৰায়ে গায় নানা সুৰে গান॥
ধীৰে ধীৰে আহে যায় পুঁৱাৰ বতাহ জাকি
নচুৱাই লাহে লাহে বিৰিখৰ পাত,
টোপাটোপে টপটপ পৰে নিয়ঁৰৰ টোপা
সঘনে সঘনে আই পৃথিবীৰ গাত॥

২

নিয়ঁৰ! তুমিনো কোন? কাৰ চকুপানী ঐ?
পৰিছা মাটিতে।

তিক্ততাৰ আস্বাদন কৰ্য্য।

কোৱাঁ-তুমি কোৱাঁ আজি নিয়ঁৰৰ ৰূপধৰি
কিয় টোপাটোপে পৰি থাকা নিতে নিতে ?
কান্দিছে কোনেনো, হায় ? কেনুৱা সিদেশ ঐ ?
কান্দে তেঁও য'ত ?
যাৰ চকু-পানী তুমি কান্দিছেনো তেওঁ আজি
কাৰ বিৰহত পৰি ? নহলে কিহত ?
নিয়ঁৰ ! স্বৰ্গীয় তুমি; স্বৰ্গৰ চকুলো ঐ ?
আছেনে স্বৰ্গতো
দুখশোক ৰোগ ব্যাধি বিৰহ বিচ্ছেদ ক্লেশ
চেনেহী শুৱলা দেৱকন্যাৰ মনতো ?
আছেনে স্বৰ্গতো, হায় ! দুখুনী বিধৱা ঐ
চিৰ দুৰ্ভাগিনী ?
কালৰ হাতত পৰি পলাই লুকালে যাৰ
পৰাণৰ পতি-ধন নয়নৰ মণি ?
দুৰন্ত ৰোগৰ হাত তাতোনেকি আছে ঐ ?
স্বৰ্গৰ মাজত ?
তাতো কি মইনা মোৰ ৰোগৰ জ্বালাত পৰি

সুধাৰি চকুলো টোকে নিৰৱে দুখত ?
সোণৰ সংসাৰ খনি ভাঙ্গি অকালত ঐ
গইছে স্বৰ্গত !
চাৰিটি ল'ৰা ছোৱালী ডিঙ্গিত দিগই বান্ধি,
চকুলো টুকিছে জানো তাতো বেজাৰত ?
মোৰো যে মইনা পাৰে সকলো সহিব ঐ
নোৱাৰে মাথোন——
দেখিব বিলাই এই দুৰ্ভগীয়া হিতেশৰ—
আজি দেখি সি বিলাই- ওলায় কান্দোন ?
মইনা কি কান্দে আজি ? টুকিছে চকুলো ঐ ?
পৰিছা মাটিত ?
চৰণত ধৰোঁ মই ( যদিহে মছয় ) কোৱাঁ
কাৰ চকুপানী তুমি পৰা নিত-নিত ?
শুনিছোঁ স্বৰ্গৰ বোলে দেৱকন্যা সবে ঐ
সন্তাপ নাপায় !
নাই তাত দুখ শোক বিৰহ বিচ্ছেদ ক্রোধ,
স্বৰ্গ বোলে চিৰ সুখ মিলনৰ ঠাই ॥

কিন্তু, হায় পৃথিবীৰ মানুহৰ ক্লেশ ঐ
সহিব নোৱাৰে—
স্নেহময়ী দেৱকন্যা ? হৃদয় কোমল অতি,
নৰৰ কেলেশ দেখি চকুপানী পৰে ?
সেয়েনে কি তুমি ? সেই চকুলো তুধাৰি ঐ
স্বৰ্গীয় কন্যাৰ ?
নিচিনো, নিয়ঁৰ ! তুমি কাৰনো চকুৰ পানী,
কতনো মনতে ভাবি চাওঁ কতবাৰ ॥
গুৰু পত্নী হৰি চন্দ্ৰ আকাশ মাৰ্গত ঐ
কলঙ্ক ভয়ত,
নিৰৱে টুকিছেনেকি চকুলো তুধাৰি, হায় ?
নিলাজী হাঁহিৰে হাঁহি বাহিৰে মুখত ?
নিচিনো, নিয়ৰ ! তুমি কাৰ চকুপানী ঐ ?
সদা চিন্তা হয়—
সঁছানেকি স্নেহময়ী জগতৰ জননীয়ে
নৰৰ ক্লেশত কান্দে ? তাকে ভাবো মই ॥
পৃথিৱীত নৰে কান্দে আয়ে তুখ পাই ঐ

চকুলো টুকিছে।
স্নেহময়ী আই বিনে কোনেনো কান্দিব আৰু ?
আইবেহে টোপা-টোপে চকুলো সাৰিছে ॥

*   *   *   *   *

*   *   *   *   *

৩

বৰষে অমৃতধাৰা কাণৰ বিন্ধাতি পখী
ধৰি সুমধুৰ তান ( সুৱলা মধুৰ গান )
উঠিলে জগত বাসী শুনি তাৰ ধ্বনী ;
পালে সাৰ জীৱ জন্তু জগতৰ প্ৰাণী ॥
শীতল বতাহ বলে ৰিব্ ৰিব্ ধীৰে ধীৰে,
প্ৰকৃতি মিচিকি, হাহে, ( শোভা সৌন্দৰ্য্যত ভাহে )
নতুন ৰূপত পুনু শোভে ত্ৰিভুৱন,
জগত-বাসীৰ কৰি প্ৰাণ বিমোহন ॥

*   *   *   *   *

*   *   *   *   *

৪

দুখমনে জয়মতী সুধিলে স্বামীক ধীৰেঃ—

"কিয় নাথ ! দেখোঁ আজি অন্যভাৰ গাত ?
"আগেয় দেখোন তুমি নিতে কত কথা কোৱা,
"আজিনো তবধ কিয় ? কিয়নো নিমাত ? "
"প্ৰিয়ে ? আজি কুসপোন" ধীৰে কয় গদাপাণি
"দেখা পালো টোপনিত পুঁৱা সময়ত
"কুসপোনে মোৰ, প্ৰিয়ে ! কৰিছে হৃদয় দগ্ধ,
"কুচিন্তাত বৰ দুখ পাইছোঁ মনত ॥
"কি সপোন, হায় ! নাথ ?" শোধে পুনু জয়মতী
"কোৱা, নাথ ! কোৱা মোক, দেখি কেনেকুৱা
"অমঙ্গল, অলক্ষণ, পাইছা মনত ভয় ?
"কি চিন্তিনো আজি, নাথ ! তধা হই ৰোৱা ?"
গদা—"ফুলনী বাৰীৰ, প্ৰিয়ে ! এজুপি গছত যেন
"একেটি ডালতে, হায় ! একেটি ঠাৰিতে
"ফুলিছিলে দুটি অতি সুন্দৰ গোলাপ ফুল
"মিচিকি-মিচিকি হাঁহি একেটি হাঁহিতে ॥
"মলয়া বায়ুত যেন সেই দুয়োপাহি ফুলে
"নাচিছিলে হালি-জালি দুয়ো দুয়ে চাই,

"চেঙ্গ-চেঙ্গ কৰে হায়! বহাগগছীয়া ৰ'দ
"তুচ্ছজ্ঞান কৰিছিলে ইতে সিতে পাই॥
"তাকে দেখা পাই যেন কালৰূপী ধুমুহাই
"নিদিলে ভুঞ্জিব আৰু সুখ মিলনৰ;
"উৰুৱাই লই গ'ল চিঙ্গি তাৰে এটি ফুল,
"পেলালে পানীত যেন দূৰ সাগৰৰ॥
"এই কুসপোনে, প্ৰিয়ে! দহিছে হৃদয় মোৰ,
"জানো, মই হেৰুৱাওঁ তোমাক প্ৰাণৰ;
"জানো, অকালত হায়! চিঙ্গে নিদাৰুণ পোকে
"সিপা কুটি মোৰ এই চেনেহী ফুলৰ॥"

৫

সপোনৰ কথা শুনি বিয়াকুল জয়মতী
কিন্তু কৰি, কিবা ভাবি, সিভাব গোপন,
ৰলেৰে মিচিকি হাঁহি, মাৰি অসত্যৰ হাঁচি,
ধীৰে ধীৰে স্বোৱামীক বুলিলে বচন॥
"কিয়, নাথ! মিছা ভয়? স্বপ্ন জানো সঁচা হয়
"অমূলক চিন্তা মাথোঁ তোমাৰ সপন।
"কওঁ নাথ! সি কাৰণে চিন্তা এৰি ৰঙ্গমনে

"হোৱা আজি নিৰভয়, আনন্দিত মন ॥"
"যিটো ক'লা তুমি, প্ৰিয়ে!" ধীৰে গদাপাণি কয়,
"মিছা নোহে, কিন্তু মোৰ জন্মিছে থিৰ ভয় ॥
"সপোন দেখাৰে পৰা বিয়াকুল প্ৰাণ মন,
"অহাযোৱা কৰে প্ৰাণ, কঁপে হিয়া ঘনে ঘন ॥
"প্ৰিয়ে! মোৰ এই ভয়—লোকে বোলে সঁচা হয়—
"পুৱঁতী নিশাত, হায়! দেখে যি সপোন,
"পুৱঁতীৰ সপোনত ৰাম গ'ল অৰণ্যত,
"তাকে ভাবি কান্দে, প্ৰিয়ে! মোৰ এই মন ॥"
"অধৈৰ্য্য নহবা, নাথ! কৰো মই প্ৰণিপাত"
বহুপন্থ চিন্তি পাছে জয়মতী কয়,
"পানীতে ওপজে ঢউ পনীতে মৰে আকউ
"সিটোৰ কাৰণে, নাথ! কিয় কৰা ভয়?"

৬

এই ৰূপে জয়মতী স্বামীক বুজালে বহু,
গদাৰ হৃদয়ে কিন্তু একো নুবুজিলে,
চিন্তা-সাগৰৰ, হায়! অগাধ পানীত পৰি

আজি যেন গদাপাণি সমূলে ডুবিলে ॥
বহুকাল নানা ৰূপে ভাবি চিন্তি গদাপাণি,
চিন্তা পিশাচীক কৰি সঙ্গিনী লগৰ,
প্ৰিয়াক অকলে থই নিৰজন অৰণ্যত
গল বিচাৰিবলই অহাৰ পেটৰ ॥

৭

চাবাছ ! চাবাছ !! কাল ! ধন্য তোৰ "কেৰামত" ।
ৰাতিটোতে কৰ তই নগৰকো বন,
ৰজাকো কঙ্গাল কৰ কঙ্গালকো ধনবান,
ধনং কুবেৰকো কৰ দৰিদ্ৰ নিৰ্ধন ॥
গৰুৰ খোজকো, কাল ! কৰ তই একালত
অগাধ সাগৰ, কৰ সাগৰকো বালি—
নিৰ্জ্জন বনকো কৰ মানুহে-দুনুহে-ভৰা ঃ—
পৰ্ব্বতো থহাই কৰ অঙ্গা-ফোৰা আলি ॥
সিংহে যি নখেৰে স'তে অক্লেশে গম্ভীৰ মনে
উলিয়াই খায় হাতী-মূৰৰ মগজ,—
তোৰ দাঁতে কিন্তু, কাল ! তেনুৱা সিংহৰ নখ
চূৰ্ণ কৰে, যেন হাতী খায় কলা গছ ॥

হায়! যি বিষাল সাপ মা'ৰি বিষময় দাঁত,
পলতে কৰিব পা'ৰে প্ৰাণীৰ প্ৰলয়,
যাক ভয়ঙ্কৰ নাম শুনিলে পৰাণ কঁপে,
তাকো, কাল! পৃথিবীত লয় কৰ তই॥

৮

স্বৰগ পৰাতো প্ৰাণ থাকে যি নৰৰ,
কৰক্ষয় কুশাঘাতে তাক।
সাঁতৰি পৰাণ যিটে সাগৰত পাই,
তাকো তই মাৰনি পাৰত॥
ইঁহুৱালে হাঁহে নৰ, কান্দে কন্দুৱাৰ ঘৰে,
উঠে বহে তোৰ ছলনাত॥

৯

সৌ যে দেখিলি কাল! ৰজা লাগি গদাপাণি
বিষাদ মনেৰে গ'ল বিচাৰি আহাৰ।
কৰিছে ঘোষণা তেওঁ তোৰেহে সুকীৰ্ত্তি গুণ?
গাইছে "নিষ্ঠুৰ কাল! দাৰুণ দুৰ্ব্বাৰ!!"
আৰু যে দেখিছ সৌৱা বিষাদিতা জয়মতী

অকলে অকলে আছে ,হাত দি গালত,
পাইছে তোৰেহে যশ ? নির্ম্মম হৃদয় কাল।
দেখিছে এন্ধাৰ আজি অৰণ্য—মাজত ॥

১০

তয়েহে কৰিছ কাল! পাতি মহা কূট—জাল
কুঁৱৰীক জনম দুখিনী!
কৰিছ তয়ে, নির্ম্মম গদাকো দুখ—মগন
কন্দুৱাই নিদিয় তৰণি ॥
মহাবলী তই,কাল! সকলোকে পাৰ তই
মুচিব কি পাৰ
সতীত্ব-ৰত্নৰ ছাব সতী হৃদয়ৰ ?

১১

অভ্যাসত ৰাজ-ভোগ পাহৰে ৰজাই,
দুখী ভুলে হৃদয়ৰ দুখ আপোনাৰ;
সতী তিকতাই নেকি পাৰে পাহৰিব
পতিব্রত-মহাধন হায়! দুৰাচাৰ ?
শালিকীয়ে তিয়াগিব পাৰে শালিকাক,



৫

তিষ্কতাৰ আত্মদান কাব্য।

অনায়াসে হৰিণীয়ে তিয়াগে হৰিণ,
তিয়াগেনে সতী তিৰী স্বামী হেন ধন
প্ৰাণে প্ৰাণে-গঁথা-যাৰ হৃদয় অভিন ?





# চতুৰ্থ সৰ্গ।



"———Now I am bent to know
By the worst means, the worst for mine own good,
All cause give way————————"

———————Shakespeare.

ঙ্গিনৰ দুপৰ বেলা দিছে অতি চোকা ৰ'দ,
বলিছে বতাহ লৈ অগনিৰ তাপ,
গছৰ ডালত পখী লুকায় আঁৰত বহি,
সোমালে গাঁতত আহি বিষধৰ সাপ ॥
ব্যাকুল বনৰ পখী উসা লয় ঘনে ঘনে,
পাখী দুটি মেলি মেলি ঢাকিছে নিজা পোৱালী
বহুত ক্লেশত কাল কৰিছে যাপন,
নিৰৱে ডালত বহি সন্তাপিত মন ॥

২

হায়! যেন ক্রোধ ভৰে আজি প্রকৃতি সুন্দৰী
নাশিব খুজিছে জীৱ ভৈৰবীৰ মূৰ্ত্তি ধৰি ॥

সহিব নোৱাৰি ৰ'দ লেৰেলিলে ফুলনাৰ··
ফুলি-থকা বহু ফুল, কুঁহি গছ গছনীৰ ॥

*　　*　　*　　*　　*

*　　*　　*　　*　　*

৩

এনে সময়তে আজি চ'ৰাৰ মাজত বহি
চিন্তা-জ্বৰে ল'ৰাৰজা বিয়াকুল হই
কৰিছে মন্ত্ৰণা নানা ( শৰণ্ন্ত্ৰ শত্ৰু-মৰা )
বৰুৱা ফুকন আদি সভাসদ লই ॥
বুলিলে দুখেৰে ৰজা, "শুনা, হেৰা মন্ত্ৰীসব।
"তিনিমাহ গ'ল, ক'তো গদাপাণি নাই !
"কেনি গ'ল ? আছে ক'ত ? জানো বনৰ মাজত
"একো ঠিক নাই, মই কিকৰোঁ উপায় ?
এই যেই বোলে ৰজা, ঠিক এনে সময়তে
এটা চাউডাঙ্গে আঁহি কৰিলে প্ৰণাম ;
বুলিলে হৰিষ মনে, "আৰু একো চিন্তা নাই,
"সৰ্গদেৱ ! অতি শীঘ্ৰে গদাপাণি পাম ॥

"গদাপাণি জয়মতী বনৰ মাজত দুয়ে
"লুকুৱাই আছে দেহা ( প্ৰাণ আপোনাৰ )
"আৰু দুটা পালে লগ, যাওঁ পুনু এতিয়াই
"আনোগই ধৰি মই গদাক তোমাৰ ॥ "
বুলিলে আনন্দে ৰজা "দিওঁ, মিহি। ধন্যবাদ!
"পুনু ধন্য দিওঁ তোক। দিলো লগ তোৰ
"যত লাগে, শীঘ্ৰে তই যা সেই বনত আজি,
"ধৰি আন চিৰশত্ৰু গদাপাণি মোৰ ॥
"দিম তোক মণি মুক্তা সুন্দৰ পোৱাল বহু,
"বহুমূল্য ভাব যাক সকলোৱে কৰে,
"পাতিলম হাজৰিকা গাঁৱৰ মাজত তোক,
"আচৰিম মিত্ৰভাব দুয়ো পৰস্পৰে ॥ "

৪

এই বুলি ল'ৰাৰজা ৰ'ল কিবা ভাবি চিন্তি,
আচৰিত হ'ল সবে বৰুৱা ফুকন,
ৰজাৰ বচন শুনি করুণ সুৰেৰে
বুলিব ধৰিলে সৰ্ব্বজনঃ—

"কি কৰিলে গদাপাণি ? অপৰাধ কি তেওঁৰ ?
"কোৱাঁ, মহাৰাজ! কিয় হিংসা কৰা তুমি
"তেওঁক ঈশ্বৰে তেওঁ নিহিংসে তোমাক,
গদাপাণি সৰলতা-ভুমি ॥

৫

"তুমি ৰজা হ'লা বুলি গদাৰ মনত কিন্তু
"নাই একো দুখ, তুমি মাৰিবৰ মনে
"বিচাৰা তেওঁক, হায়! সিকাৰণে গদাপাণি
"পলাই লুকাই আছে বনত গোপনে ॥
"থাকোক থাকিব দিয়া লুকাই গদাপাণিক
"ফুৰক পৰ্ব্বতে বনে পলাই-পলাই,
"ৰাজ্য সুখ কৰাভোগ নিশ্চিন্ত মনত তুমি,
"কিয় ভয় ? কি অনিষ্ট কৰিছে গদাই ?
"কি কৰিব পাৰে-গদা ? কি ভয় তোমাৰ আছে ?
"নিৰ্দ্দোষী গদাৰ প্ৰাণ কিয় মাৰা তুমি ?
"নিশ্চয় নহয় গদা কোনোদোষে দোষী, ৰজা!
"তেওঁক কিয়নো শাস্তি দিবা ধৰি আনি ?

"মিনতি কৰিছোঁ, তুমি এৰাঁ এই দ্বেষ ভাব,
"মহাৰাজ ! দুৰ্ভগীয়া গদাৰ লগত,
"নিহিংসে তোমাক গদা, হিংসিছা সদাই তুমি
"গদাক, ঘৰত কিম্বা ঘোৰ অৰণ্যত" ॥

৬

"কিয় বাধা, মন্ত্ৰী সব" ! বোলে ল'ৰা ৰজা,
"তোমাসৱে আৰু মোক নকৰিবা বাধা,
"ৰাজ্য সুখ ৰাজ-ভোগ একোৱে নহয়
"জীয়াই থাকোতে মোৰ চিৰশত্ৰু গদা ॥
"গদামোৰ মহা শত্ৰু, জীয়াই থকাত,
"ৰাজ-ভোগ সুখ শান্তি নোৱাৰি ভুঞ্জিব,
"যেনে তেনে উপায়েৰে লাগিব নিশ্চয়,
"মন্ত্ৰী সৱ ! চিৰশত্ৰু গদাক মাৰিব" ॥
মন্ত্ৰীসৱ—"কুলক্ষণে ললে লগ ! নধৰিবা দোষ,
"মহাৰাজ ? ধৰ্ম্মকথা নোৱাৰি নকই,
"নসহে ঈশ্বৰে এনে কূট অত্যাচাৰ
"অদোষত, ৰজা ! তুমি জানিবা নিশ্চয়" ॥

৭

এই বুলি সকলোটি ৰ'ল পুনু মনেমনে,
উঠিল ৰজাৰ খঙ্গ অগ্নি-মূৰ্ত্তিমান,
সভাভাঙ্গি গ'ল সবে নিজা নিজা ঘৰে
অথিৰ ব্যাকুল মন প্ৰাণ ॥
লাহে লাহে সূৰ্য্যদেৱ ললে ভাটী ফালে ধাল,
হ'ল আহি ধীৰে ধীৰে আবেলি সময়,
ওলালে এনেতে মিহি বিচাৰি গদাক
অৰণ্যৰ ফালে আজ্ঞা লই ॥
পোন্ধাৰ কি ষোলজন গ'ল তাৰ লগ লাগি,
মদৰ জ্বালত সৱে উনমত্ত প্ৰায় !
নগনে কাইট বন, নগনে অৰণ্য
হাবি বন চিঙ্গি ভাঙ্গি যায় ॥



# পঞ্চম সৰ্গ ।

"——Oh spare my flower, my gentle flower
The slander creature of a day !
Let it bloom out its little hour
And pass away——————————————"

**ANONYMOUS.**

"——Her tears began to turn their tide
Being prison'd in her eye, like pearls in glass
Yet sometimes falls an orient drop beside
Which her cheek melts, as scorning it should pass
To wash the foul face of the sluttish ground."
——————————Shakespeare."

দিনৰ আবেলি বেলা দুখমনে আছে বহি
গদাপাণি জয়মতী বনৰ মাজত,
কি সাধ্য কৰিব ? হায় ! পাৰে কি বৰ্ণাব কবি
আহিছে যতনা চিন্তা দুয়োৰে মনত ?

এইটি আহিলে চিন্তা খন্তেকৰ পাছে পুনু
আহিলে আকউ এটি, মহা সাগৰত
যিদৰে উথলে ঢউ দুয়োটিৰে সেই ৰূপে
চিন্তা ঢউ উঠি উঠি খেলিছে মনত ॥
চিন্তা সাগৰত পৰি গদাপাণি জয়মতী
উটি উটি যায়, হায় ! হেৰুৱালে পাৰ !
কেনেকই পায় পাৰ ? সাগৰ অপাৰ ॥

সকলোৰে আছে পাৰ, প্ৰশান্ত সিন্ধুৰ
এট্লাণ্টিক সাগৰৰ দেখা যায় পাৰ ।
নাই মাথোঁ একো পাৰ চিন্তা সমুদ্ৰৰ,
উটি গ'লে ৰক্ষা নাই, মাথোঁ হাহাকাৰ ॥
এনে সাগৰত পৰি ঢউৰ মাজত
গদাপাণি জয়মতী জ্বলা-কলা হ'ল,
নাই সুখ নাই শান্তি সদা বিয়াকুলি,
চকুলো টোকোতে নিতে বেলি মাৰ গ'ল ॥

৩

পিন্ধি সাজ ধোঁৱাময় মুখ হাঁহিমুৱা কৰি
সন্ধিয়া আইটি আহি হ'ল উপস্থিত।
বাজে দবা দেৱালত আৰু ৰজাৰ ঘৰত,
গৰখীয়া বান্ধে গৰু আনি গোহালিত॥

৪

দেখোঁতে দেখোঁতে গ'ল সন্ধিয়া সুন্দৰী,
ক'লা বিহা মেখেলাৰে আহি নিশা আই
দিলেহি [illegible] দেখা,-তেওঁৰ কোলাত
শুলে জগতৰ প্ৰাণী সুকোমল পাই॥
চিন্তা-সাগৰত উটি দুখ-ভাগৰত
গদাপাণি জয়মতী দুয়োটিয়ে শুলে।
ধন্যবাদৰ্হ হে টোপনি! তোমাৰ স্নেহত
জগতৰ প্ৰাণীয়ে [illegible] দুখ ভুলে॥
আৰু দিওঁ ধন্যবাদ তোমাক, টোপনি!
অতি কোমলতাৰে ভৰা তোমাৰ হৃদয়;
[illegible] নিশেষতো, হায়! যি কালত

মানুহক বন্ধু সবে যায় এৰি থই ॥
কি সুখত কি দুখত, শোক বেজাৰত,
প্ৰাণ এৰি পুত্ৰে যবে যায় এৰি থই,
অতুল ঐশ্বৰ্য্য লোপ পায় যি কালত,
সিকালতো নেৰা তুমি, কোমল হৃদয় ॥

৫

নিৰব্ব দুপৰ নিশা, ঘোৰ অন্ধকাৰ
গদাপাণি জয়মতী ঘোৰ টোপনিত,
পোন্ধাৰ কি ষোলজন মানুহে সইতে
এনেতে মিহিয়ে বন কৰে পিটা-পিট ॥
বিচাৰিছে অৰণ্যত তন্ন তন্ন কৰি,
গদাক বিচাৰি বন চিঙ্গি-ভাঙ্গি—চায়,—
জপ্‌জপনীয়ে কিন্তু তুলিলে গদাক,
সাৰ পালে গদাপাণি চক্ মক্ খাই ॥
চকুমেলি চাই গদা পাৰিলে বুজিব
ধীৰে ধীৰে কুঁৱৰীক তুলিলে জগাই,
বুলিলে আতুৰ ভাবে—"দোৰ্ঘোৰ বিপদ !

"উঠা, প্ৰিয়ে, উঠা ! আহি হ'ল পায় পায়" ॥
— "মহাৰাজ ! কিনো হ'ল" ? সুধিলে কুঁৱৰী,
"দোৰ্ঘোৰ বিপদ কিনো ? বুজা নাই মই" ।
অলপ নিতাল মাৰি, কলে গদাপাণি :—
"শুনা, প্ৰিয়ে ! কাণ পাতি, কেথিৰ হই" ॥
জয়মতী —"কিশুনিম কাণ পাতি ? হ'লো একে থিৰ,
"কতা একো নাই শুনা ? ভাঙ্গি কোৱাঁ মোক,
"অ'জলী তিরুতা, নাথ ? কিনো জানো মই ?
"ভাঙ্গি কোৱাঁ শীঘ্ৰে মোক, দিয়া কিয় শোক ?
"বিপদ যদিহে মোৰ, একো হানি নাই,
"নালাগে তোমাৰ মাথোঁ বিপত্তি ঘটিব,
"মৰিলে মৰিম মই, তৰিলে তৰিম,
"তোমাৰ বিলাই মাত্ৰ নোৱাৰোঁ দেখিব ॥
"দোৰ্ঘোৰ বিপদ" বুজি বিয়াকুল চিত
"কিয় হ'লা, প্ৰাণনাথ ? কোৱা অভাগীক,
"তোমাক ব্যাকুল দেখি দহিছে পৰাণ,
"কোৱা, নাথ ! কি বিপদ ? নবধা দাসীক ॥

৬

গদা——"শুনানো নাইনে, প্ৰিয়ে! মানুহৰ গাত ঐ
"নিৰ্জ্জন বনত এই ৰাতি দুপৰত?
"পঠাইছে কটোৱাল (১) ল'ৰাৰজা জানো
"ধৰিব গদাক, প্ৰিয়ে! এই অৰণ্যত!!
"কতনো যতন কৰি প্ৰাণৰ মায়াত ঐ
"পলাই ফুৰিলো, কিন্তু, ক'ত? নাসাৰিলো!!
"কিজানি পৰিলো ধৰা ইমান দিনত,
"জানো আজি, প্ৰিয়তমা! পৰাণে মৰিলো॥"

৭

স্বোৱামীৰ কথাশুনি বিয়াকুল জয়মতী
হুক্ হুক্ কৰি শোকে কান্দিব' ধৰিলে,
ধৰি বান্ধি চাউদাঙে নিব স্বোৱামীক
এই ভাবি শোকে ৰাণী বুলিব ধৰিলে ঃ—
"সাৰিছে পলাই, নাথ! আৰু নকৰিবা বেলা,
"আহিছ পায়-পায় হ'ল নিষ্ঠুৰ কোটাল,

(১) "চাউডাঙ্গ'ৰ সলনি ব্যৱহৃত হৈছে।

"পলোৱাঁ পলোৱাঁ; নাথ ! বহু আগে মোৰ ।
"আত্মৰক্ষা কৰাটোয়ে সকলোতকৈ
"পলোৱাঁ পলোৱাঁ, নাথ ! গুছি তুমি যোৱাগই,
"নগা পৰ্ব্বতত থকা কাঠনি মাজত
" ( বাট-পথ য'ত একো চিন-বাব নাই )
"থাকিবা লুকাই তুমি নির্ভয় মনত ॥
"যদিও পৰ্ব্বত ভৰা ডালোৱা নগাৰে,
"যদিও পৰ্ব্বত বন বাঘে ঘোচে পূৰ;
"তথাপি ডালোৱা নগা আৰু বাঘ যেওঁ
"ল'ৰাৰজা সম জনা নহয় নিষ্ঠুৰ ॥"

৮

গদা—"পলাই সাৰিম বাৰু, কিন্তু, হায় ! কেনেকৈ
"সাৰিবা, প্ৰিয়সি ! তুমি ? কি হ'ব তোমাৰ ?
"ভাবিছা মোলই তুমি, কিন্তু ভয় নাই
"কিহ'ব নিজৰ গতি, নিজ অৱস্থাৰ ?
"পলায় সাৰিলো বাৰু; কিন্তু কেনেকই তুমি
"সাৰিবা, প্ৰিয়সি পাছে ? তুমি মোৰ প্ৰিয়া ;

"কোমল তোমাৰ দেহা, ভৰি সুকোমল,
"অৰণ্যৰ মাজে মাজে কিৰূপে ফুৰিবা ?
"পলাই সাৰিম মই, উঠিম গছত গই
"পৰ্ব্বতৰ টিঙ্গে টিঙ্গে ফুৰিম ধগাই;
"কিন্তু, প্ৰাণেশ্বৰি ! তুমি কিৰূপে উঠিবা ?
"কি কৰি লুকাবা দেহা শত্ৰু দেখা পাই ?"
জয়মতী-"বেটীৰ নিমিত্তে, নাথ ! নালাগে ভাবিব তুমি
"অবলা তিৰুতা মোক একোকে নকৰে;
"তোমাৰ শত্ৰুক ৰজা, তুমি বৈৰী তাৰ
"শত্ৰুৱেহে শত্ৰুকক লগ পালে ধৰে ॥"

৯

এইদৰে কতৰূপে কত ক'লে জয়মতী
গদাপাণি কিন্তু, হায় ! নাযায় পলাই,
দোৰ্ঘোৰ বিপদ দেখি ক'লে কুঁৱৰীয়ে
স্বামীৰ পাৱত ধৰি ইমাই-বিনাই:—
"নবধিবা প্ৰাণ, নাথ ! মোৰ (চিৰ দুখিনীৰ)
"ইমানতে সাৰঁা তুমি, মোৰে মুখ খোৱা ।

"আহি পায়-পায় হ'ল, চোৰা চাউডাঙ্গ,
"ৰাখা প্ৰাণ তুমি, নাথ ! পলোৱা পলোৱা ॥
"তিৰীবধ লাগে মোৰ ! য়োৱাহে পলাই, নাথ !
"শিশুবধ লাগে !! তুমি আৰু নাথাকিবা
"ইঠাইত ইবুনত, লুকুৱা লুকুৱা,
"নিদিবা আপুনি ধৰা, মোক নৰধিবা ॥
"ভাবিছা মোলই কিয় ? মৰোঁ যদি মই আজি
"মৰোঁ, তাত কিবা, হায় ! আছে নাথ ! হানি ?
"ৰাখাঁ প্ৰাণ আপোনাৰ, থাকিলে জীয়াই
"বেটীৰ নিচিনা বেটী পাবা লক্ষজনী ॥
"বেলি তুমি উঠি-অহা তুংখুঙ্গীয়া (২) ফইদৰ
("ইন্দ্ৰবংশী ৰাজবংশ) জাতিৰ গৌৰব.

---

(২) আহোম ৰজাৰ প্ৰধানতঃ ৫ ফৈদ বা পৰিয়াল, যেনে, "তুংখঙ্গীয়া," "দিহিঙ্গীয়া," "চাৰিঙ্গীয়া," "চামগুৰীয়া আৰু "নামৰূপীয়া'। "তুংখঙ্গীয়া' ফৈদ কেউফৈদতকৈ "নামজাদী," গদাপাণি "তুংখঙ্গীয়া" ফৈদৰ। এই পাচ ফৈদৰ বাহিৰেও "তিপমীয়া" আৰু "পৰ্ব্বতীয়া" বুলি দুই ফৈদ আছিল।



জ

তোমাৰ মৃত্যুত, নাথ ! হানি আহোমৰ
"(আহোম-ৰাজ্যৰ) কোনে দমাব বিপ্লৱ ?
"পলোৱাঁ পলোৱাঁ, নাথ ! অকালত হায় ! তুমি
"জীৱনৰ ৰঙ্গাবেলি নিনিয়াবা মাৰ ।
"গোলাপ গছৰ, হায় ! গোলাপ কলিটি
"নউ ফুলোতেই, ঠাৰি নিচিঙ্গাবা তাৰ !!"

১০

কুঁৱৰীৰ কথা শুনি বিয়াকুল গদাপাণি
কি কৰিব নকৰিব হ'ল যে বিমোৰ ।
কিৰূপেনো যায় এৰি পৰাণৰ প্ৰাণ
জয়মতী আঁউসীৰ জ্বলি থকা জোঁৰ ?
অনায়াসে সকলোকে যাব পাৰি ত্যাগ কৰি,
সহজেই তিয়াগিব পাৰি জানো, হায় !
পৰাণৰ প্ৰিয়তমা ? হৃদয়ৰ ধন
য়াতকই শ্ৰেষ্ঠধন জগতত নাই ?

* * * * *

* * * * *

লাহে লাহে চাউডাঙ্গে পালেহি ওচৰ আহি!
কুঁৱৰীৰ কাকুতিত প্ৰাণৰ মায়াত
বিয়াকুল মনে, টুকি চকুলো চকুত
পলাই লুকালে গদা বনৰ মাজত॥
সোৱামী সাৰিল জানি দুখুনী কুঁৱৰী ধীৰে
এৰিলে কান্দোন, হায়! নিৰৱে মনত
হৃদয়ৰ ভুঁহ জুই ফুঁৱাই ফুঁৱাই
ঢলোমালে চকুপানী চকুত শোকত॥



# ষষ্ঠ স্বৰ্গ ।

"———Now chose your deed, to save or to destroy.
George Eliot.

" Unless thou yoke thy liking to my will
I will murder straight, then I will slaughter thee.
——————Shakespeare.

নাই আৰু গদাপাণি, নাই ক'তো ছিন-বান,
অকলে অকলে কান্দি আছে জয়মতী;
এনেতে মিহিয়ে আহি ধৰিলে হাতত,
নেৰিলে, কতনো ৰাণী কৰিলে মিনতি ॥
কাকুতি মিনতি কৰি ক'লে কুঁৱৰীয়ে কান্দি :—
"তিৰুতা মানুহ মই, কিয় ধৰ মোক ?
"মইটো নহওঁ তোৰ শতুৰু বজাৰ ?
"এৰিদে.-এৰিদে মোক. মাতোঁ মই তোক ॥
"অবলা তিৰুতা মই পাৰো ক'তো একো হানি
"নাই কৰা কোনো কাৰো জ্ঞান-বিশ্বাসত;

"কিয় মিছা ধৰ মোক ? কৰিছোঁ। মিনতি,
"কটা ঘাত চেঙ্গা তেল নিদিবি প্ৰাণত ॥
"জনম অৱধি মই ভুঞ্জিলো বহুত দুখ,
"নুশুকালে চকুপানী লৰ বয়সৰ ।
"ভাগ্য আকাশৰ পৰা শুশুছিলে মোৰ
"দুখ শোক সন্তাপৰ কলীয়া ডাৱৰ ·
"আজি দিনাৱধি, সিহি ! ভাগ্যৰ ফেৰত মোৰ
"নাই দেখা দুচকুৰে শান্তি সংসাৰৰ ॥
"অমিয়া মধুৰী সুখ কাকেই বা বোলে,
"পোৱা নাই আজিল'কে মোৰ জীৱনৰ ॥
"কান্দোতে কান্দোতে, হায় ! টোকোঁতে চকুৰ পানী
"অন্তৰত তুঁহ জুই থাকোঁতে ফুঁৱাই
"জীৱনৰ আদখিনি শেষ হ'ল মোৰ !
"তথাপি নাপালো সুখ কপালত নাই ॥
"ৰজাৰ তিকত্তা হ'লো কুঁৱৰীৰ নাম ল'লো
"ৰাজ ভোগ কিন্তু, হায় ! নহ'ল ভাগ্যত;
"তথাপি নকৰি দুখ, দুখী কপালক;

"স্বামীয়ে সইতে আছি সোমালো বনত ॥
"কিন্তু, হায় ! অভাগীৰ ( অদৃষ্ট দোষতে জানো )
"পতি-সঙ্গ-সুখ তাকো নাপালো নহ'ল !
"পলাই লুকালে নাথ এৰি দুৰ্ভাগীক;
"দময়ন্তী এৰি যেনে সত্যযুগে নল ॥
"কাৰত কৰিছোঁ, মিছি, এৰিদে ই অভাগীক;
"জুৰিছে ইমানে, আৰু দুখ কিয় দিয় ?
"কাৰো নোহো অপকাৰী অবলা তিক্কতা,
"ধৰি বান্ধি আজি মোক কি কাৰণে নিয় ?
"বনৰ হৰিণী মই, এৰিদে বনত চৰোঁ।
"বনে বনে ফুৰি মই কটাও জীৱন;
"নোহে কাৰো অপকাৰ অভাগীৰ পৰা;
"মিছা অত্যাচাৰ মোক কৰ কি কাৰণ ?
"এৰিদে বনত, মই গছৰ ডালত বহি
"বনৰ পখীৰ সুৰে সুঁৰটি মিলাই,
"শোক-গীত গাই গাই বনৰ মাজত
"হৃদয়ৰ শোক-তাপ থওঁ আঁতৰাই।

"এৰিদে নকৰো মই কাৰো ক'তো অপকাৰ
"আহোম ৰাজ্যত আহি আৰু নোসোমাওঁ;
"ৰাজ্য-সুখ ৰাজ-ভোগ আৰু নিবিচাৰোঁ,
"কিয় মিছা-ধৰ মোক ? এৰ, গুছি যাওঁ ॥
"* * * * *
"* * * * *"

২

এই বুলি কুঁৱৰীয়ে করুণ সুৰেৰে কত—
কাকুতি মিনতি কৰি বুলিলে মিছিক,
কিন্তু, হায় ! তাৰ সেই কঠুৱা হৃদয়
নহ'ল কোমল ! এৰি নিদিলে ৰাণীক ॥
পৰ্ব্বতৰ শিলগুটি কতমো বছৰ থাকে
পৰি পৰি পৰ্ব্বতৰ নইৰ পানীত
তথাপি অলপো, হায় ! নহয় কোমল,
পমিব কি কান্দোনত কঠুৱাৰ চিত ?
দেখিলে কি চকুপানী লোকৰ চকু দুটিৰ
কঠুৱাৰ দুচকুৰে চকুলো টুকিব ?

উননি—বিননি শুনি কঠুৱা মিহিয়ে
আজিনে কি কুঁৱৰীক ধৰি এৰি দিব ?

৩

খঙ্গেৰে গৰ্জ্জন কৰি কঠুৱা মাতেৰে
কঠুৱা মিহিয়ে চাই বুলিলে ৰাণীক;—
"এৰি দিব পাৰোঁ তোক, যদি তই দিয়
"ধৰি আনি গদাপাণি তোৰ সোৱামীক ॥
"নহলে, দে দেখুৱাই গ'ল কেনি তোৰ
"গদাপাণি কুলাঙ্গাৰ ৰাজ্যৰ কাঁইট;
"নতুবা, জানিবি তোৰ আদৰৰ দেহা
"ওলমিব কাইলই পুৱা বৰশীত ॥
"যদি দিয় দেখুৱাই স্বামী আপোনাৰ ॥
"আদৰৰ প্ৰাণ লই থাকিবি জীয়াই,
"নহ'লে জানিথ, তোৰ মাথাকে পৰাণ;
"মিহিৰ হাতত তোৰ আৰু ৰক্ষা নাই ॥
"জীৱন মৰণ আজি নিজৰে হাতত,
"ৰাখিব খুজিলে ৰাখ প্ৰাণ আপোনাৰ ;

"কিয়নো চিঙ্গায় তই অকালত তোৰ
"জীৱনৰ ফুল দেহা কোমল লতাৰ" ?

৪

জয়মতী-"কিৰূপেনো কওঁ, মিহি ! তেওঁ কেনি গ'ল গুছি ?
"মইটো যাওঁতে তেওঁ নাই পোৱা দেখা !
"পোৱা হ'লে দেখা, মই কই দিলো হয়,
"মিহি ! তোৰ হৃদয়ত নাইনেকি বেথা ?"
মিহি—"নাই বেথা, নাই দয়া, মই মিহি চাউডাঙ্গ
"নিষ্ঠুৰ আমাৰ জাতি জানে জগতত ॥
"স"চা কথা যদি তই নকৰ আমাক,
"ব'ল তোক লই যাওঁ ৰজাৰ কাষত ॥
"* * * * *
"* * * * *"

৫

লগৰীয়া সবে স'তে লই কুঁৱৰীক
মিহি চাউডাঙ্গ হ'ল বনৰ বাহিৰ ;
সোৱামী সাবিল জানি দুখুনী কুঁৱৰী
প্ৰবোধিলে আপোনাৰ হৃদয় অথিৰ ॥

# সপ্তম স্বৰ্গ।

"No no, I will not say it——————————
——————I choose, I will not take a heave
Haunted with shrieks of far-off misery.

——————————George Eliot

কতনাযে ল'ৰা ৰজা ফুচুলায় কুঁৱৰীক
তথাপি নকয় ৰাণী কথা সোৱামীৰ।
কিৰূপেনো কয় তেওঁ? কিয়নোবা ক'ব, হায়?
স্বামীহেন ধন আৰু আছে কি তিৰীৰ?
কতনাযে ল'ৰা ৰজা শাস্তি দিছে কুঁৱৰীক,
কতনো কইছে, "কছোঁ। গদা কেনি গ'ল?"
কত চৰ কত ভুকু পৰিছে লাহৰি গাত,
তথাপি নকয় একো কুঁৱৰী অটল॥
অমানুষী অত্যাচাৰ নিৰৱে সহিছে ৰাণী,
নিৰৱে নিৰলে কান্দি চকুলো টুকিছে।
তথাপি নকয় তেওঁ স্বোৱামীৰ কথা একো,

নিৰ্দ্দয় ল'ৰা ৰজা কতনো মাৰিছে ॥

* * * * *

* * * * *

নহয নহয় ৰাণী অতি ভয়াতুৰা তিৰী,
নকয নকয় তেওঁ কথা স্বোৱামীৰ
অ'ক্ত মাৰ চৰ ভুকু, নৰাধম ল'ৰা ৰজা !
অ'ক্ত কৰ কুৰলীক শাস্তিত অথিৰ ॥
নকয় নকয তেওঁ কেতিয়াও সেই কথা
যাৰ পৰা হ'ব পাৰে দুৰ্গতি স্বামীৰ,
নাভাবিবি সপোনতো ক'ব সেই কথা তেও,
এনেকুৱা চিত, হায় ! নোহে দুৰ্বলাৰ ॥

২

জানে ভালকই ৰাণী তিৰুতাৰ ধন
নোহে ধন অলঙ্কাৰ সুবৰ্ণ ৰতন,
নোহে ধন মণি কেক্ত যাথক্তৰা ৰ'প,
স্বোৱামীত বাজে ধন ক'তো নাই আক্ত ॥
জানে ৰাণী ভালকই, স্বামী-প্ৰেমহাৰ

হেৰালে নাপায় আৰু ঘূৰি জীৱনত;
তেনুৱা ধনক নেকি দিবহি চোৰক
থাকোঁতে পৰাণ-বায়ু দেহাৰ মাজত ?
প্ৰাণ যাব কুঁৱৰীৰ, তথাপিটো তেওঁ
আদৰৰ হেমহাৰ নিদিয়ে চোৰক,
পৰাণ থাকোতে ৰাণী কেতিয়াও তেওঁ
নিদিয়ে আপোন ধন হৰিব আনক ॥

৩

খঙ্গমনে ল'ৰাৰজা কয় ঘনে ঘনে
"আপোনাৰ ভাল যদি আশা কৰ তই,
"প্ৰাণত যদিহে মায়া আছে অন্তৰত
"কইদে সোৱামী তোৰ আছে ক'ত গই ?
"নকবি যদিহে আজি, গদা কেনি গ'ল,
"আদৰৰ প্ৰাণ তোৰ নাথাকে দেহত,
"পাছত গদাকো ধৰি পৰাণ মাৰিম,
"নোৱাৰে পলাই সিটো সাৰিৰ বনত ॥
"গোটেই দেশৰ বন কৰি পিটা পিট

"প্ৰতি গাঁৱে প্ৰতি ঘৰে কৰি অন্বেষণ
"ধৰিটো নিশ্চয় মই অনাম গদক,
"(ৰাজ্যৰ কণ্টক) তাৰ বধিম জীৱন ॥
"নক'ৱ গদাৰ কথা, পাৰিবি কি তই
"ৰাখিব গদাৰ প্ৰাণ নকই নেমেলি ?
"পাৰবা তেতিয়া তই ৰাখিব গদাক
"যেতিয়া পশ্চিম ফালে ওলাবহি বেলি ॥"

৪

জয়মতী—"মহাৰাজ ! সেই কথা নেলাগে তোমাক ক'ব,
"পাৰোঁ বা নোৱাৰোঁ প্ৰাণ স্বামীৰ ৰাখিব,
মইটো নকওঁ প্ৰাণ থাকোঁতে সি কথা,
"যি কথাই অপকাৰ তেওঁক কৰিব ॥
"নকওঁ নিশ্চয় মই কধিও সি কথা, ৰজা !
"কেনি গ'ল স্বামী মোৰ, ক'ত আছে গই,
"দুৰ্গতিৰ হাতে সঁপি সোঁৱামী প্ৰাণৰ
"নাথাওঁ অমৃত, সুখ নিবিচাৰোঁ মই ॥"

৫

ল'ৰাৰজা—"ভালৰে নিমিত্তে তোৰ কইছো আকউঁ মঁই,
"কইদে লুকাই তোৰ স্বামী আছেক'ত ?
"নহলে নিশ্চয় মই দিম জেঁৰেঙ্গাত,
"অকালত যাব প্ৰাণ ॥"
জয়মতী————————————"য'ক অকালত-
"প্ৰাণ মোৰ; পৰাণৰ দেখাইছা ভয়, ৰজা !
"মইতো নহওঁ ভীত, নালাগে পৰাণ ।
"জন্মিছো যেতিয়া মই মৰিম এবাৰ,
"অনিত্য পৰাণ মোৰ নাই তাত কাম ॥"
ল'ৰাৰজা—"চাণ্ডৰোকে শাস্তি কৰি কাঢ়িব দুচকু তোৰ,
"কাঢ়িব আঙুৰ ঘিলা !"
জয়মতী————————————কিয়, ৰজা ! ভয়
"দেখুৱা মিছাতে তুমি ! প্ৰেয়সী গদাৰ
"তেখেঁৰা শাস্তিৰ ভয় নকৰে নিশ্চয় ॥
"চকু কাঢ়া, ঘিলা কাঢ়া দিয়া মোক জেঁৰেঙ্গাত
"যি যি শাস্তি আছে মানে দিয়ে থাকা মোক ।

"তথাপি নকওঁ মই কথা সোৱাগীৰ;
"নলওঁ, নালাগে মোক স্বৰ্গ-সুখ-ভোগ ॥
"নউ দেখোঁতেই যেন স্বামীৰ দুৰ্গতি মই,
"স্বোৱামীৰ ভাল দেখি য'ক মোৰ প্ৰাণ;
"মইতো ৰজাৰ ৰাণী, স্বামীৰ তিৰুতা,
"নকওঁ স্বামীৰ কথা থাকোতে পৰাণ ॥"

লৰাৰজা—"নকৱ, নালাগে বাক, পাৰিবি ৰাখিব জানো
"গদাৰ পৰাণ তই ?"

জয়মতী———————————"নালাগে তোমাক
"সেই কথা, মহাৰাজ ! ৰাখোঁতা ঈশ্বৰ;
"ৰাখিবৰ হ'লে তেওঁ ৰাখিব গদাক ॥
"পাৰোঁবা নোৱাৰোঁ মই ৰাখিব স্বামীৰ প্ৰাণ,
"ৰাখিব পাৰিম বুলি কোৱা নাই মই;
"কিন্তু মোৰ, (হায় ! এই অভাগীৰ) পৰা
"তেওঁৰ অলপো যেন দুৰ্গতি নহয় ॥"

৬

এই বুলি কুঁৱৰীয়ে টুকিলে চকুলো

হৃদয়ৰ বেগ শোকে সহিব নোৱাৰি;
টপ্ টপ্ কৰে, হায়! পৰিলে মাটিত
তিয়াই তপত বুকু চকুলো দুধাৰি ॥
মনেমনে ল'ৰাৰজা বুলিলে মিহিক
"এইটো নকয় আজি গদা কেনি গ'ল,
"লইযাছো পুনু তই বনৰ মাজত
"শোধগই, গদা ক'ত ? কৰি নানা ছল ॥
"ছলেৰে নোৱাৰ যদি উলিয়াব তই
"এইৰ মুখৰ পৰা কথা সোৱামীৰ,
"তেতিয়া কৰিবি বল দিবি নানা শাস্তি
"জানো কয় সঁচাকথা হই বা অস্থিৰ ॥"
এই বুলি ল'ৰাৰজা মিহিৰ হাতত
অভাগিনী কুঁৱৰীক সমৰপি দিলে,
লগৰীয়া স'তে মিহি ল'ই কুঁৱৰীক
আকউ বনৰ ফালে খঙ্গে টানি নিলে ॥



# অষ্টম স্বৰ্গ।



"—— I feel a hell of grief! where is my crown?
Gone, gone: and do I still remain alive?"

——————— Marlowe.

"—— Out of the day and night
A joy has taken flight;
Fresh spring and summer, and winter hour
Move my faint heart with grief, but with delight
No more —— —— O never more!"

——————— Shelley.

"For me, I think sometimes that life is death
Rather than life a mere affair of breath."

——————— Lord Byron.

কুল্ কুল্ কুল্ কৰি টাবলুঙ্গ পৰ্ব্বতত
বলিছে এখনি সৰু মনোমোহা নই,
নিৰমল পানী যেন স্ফটিকৰ ধাৰা,

এৱ

নিচিন্ত মনোৰ যায় নাচাই নৰই ॥
শোভা দিছে দুয়ো পাৰে নানা জাতি গছলতা,
সুৰলা সুৰেৰে গীত নানা পখী গায়;
কি সুৰলা বংশীধ্বনী ? তেনুৱা নহয়,—
মুকলীৰ মাত তেনে ভাল সুশুনায় ॥

২

কত লতা কত গছ মেৰাই ধৰিছে
বাঙ্গলী ৰ'দত কত বৰণ জ্বলিছে ॥
নই-কুল-কুলে কত ধৰিছে সঙ্গীত,
আনন্দত পমি যায় মানুহৰ চিত ॥
ভালেতোহে ক'ত মহামহা কবিবৰ
তুচ্ছ ভাবি নগৰৰ শোভা মনোহৰ,
গভীৰ অৰণ্য মাজে দূৰ পৰ্ব্বতৰ,
নিৰ্জ্জন নইৰ পাৰতি, এন্ধাৰ গহ্বৰ,
কল্পনা সখীক লই আপোন লগত
ভ্ৰমি ফুৰে পৰ্ব্বতত আনন্দ মনত ॥
প্ৰকৃতিৰ মনোমোহা ৰূপ চাবলই

চায় পৰ্ব্বতৰ শোভা তথা হই হই ॥
ভালেতোহে সুকুমল শয্যা এৰি থই,
নইৰ দাতিত কৰি বহি থাকে গই ॥
ধূলিয়ে মাটিয়ে বহি গছৰ তলত,
প্ৰকৃতিৰ শোভা চায় আনন্দ মনত ॥
ভালেতো কবিৰ সেই সুখ ময় মন,
সংসাৰৰ সম্পদত নহয় মগন ॥
প্ৰকৃতিৰ মুখকৰ ৰূপ চাই চাই
কল্পনা সখীৰে সতে দিনটো কটায় ॥

৩

আহা ! কি মধুৰ শোভা ই টাবলু (১) পৰ্ব্বতৰ
যেনি চোৱা, তেনি মন হয় হৰষিত ;
মধুৰি-মধুৰি বলে মধুৰ বতাহ
আৰু অন্য সকলোকে কৰি আনন্দিত ॥
যেনি চোৱা, দেখি তেনি প্ৰকৃতি দেৱীৰ হাঁহি,

(১) অৰ্থাৎ "টাবলুঙ্গ" পৰ্ব্বতৰ । ঠায়ে ঠায়ে 'টাবলুঙ্গ'ক "টাবলু" বোলা হৈছে ।

গছে হাঁহে, বৃক্ষে হাঁহে, হাঁহিছে লতাই,
সবৰে মুখত হাঁহি, এজনে কেৱল
চকুলো টুকিছে শোকে তললই চাই ॥
কোন তেওঁ ? তেওঁ কোন ? তেওঁ গদাপাণি সেই,
ৰাণীক অকলে এৰি আছেহি পলাই
টাবলুঙ্গ পৰ্ব্বতত ; কান্দিছে শোকত
ভাবি কুঁৱৰীৰ দশা মহাশোক পাই ॥
ভৈয়ামত বেহা-কৰা এগোৰ মুখৰ পৰা
ৰাণীৰ বিষয়ে তেওঁ শুনিছে সদাই ;
দিনে দিনে যোৱা যোৱে নগা আহি কয়
'চাউডাঙ্গে কুঁৱৰীক মাৰিছে কোবাই ॥'

৯

পৰিছেহি দিনে দিনে তেওঁৰ কাণত,
ৰাণীৰ বিলাই নত বঁধৰ মাজত ॥
চাউডাঙ্গে কুঁৱৰীক যত শাস্তি দিছে,
দিনে দিনে তেওঁ, হায় ! সকলো শুনিছে ॥
কিন্তু, হায় ! কি কৰিব ? বাতৰোগী সিংহ

কিৰূপে কৰিব বধ দুৰন্ত বাধক ?
কি কৰি শত্ৰুক মাৰি কৰিব উদ্ধাৰ
আপোনাৰ কুৱৰীক প্ৰাণৰ প্ৰাণক ?

৫

হৃদয়ৰ শোক, হায় ! সহিব নোৱাৰি আৰু
কৰুণ স্বৰেৰে গদা কান্দিলে দুখত ঃ—
"চাৰিওটি ঠাই ঠাই কৰিলি, বিধতা !
"নিষ্ঠুৰ নিচনা তোৰ নাই ত্ৰিলোকত ॥
"পোনাওটি লই দুয়ো মাকৌ-বাপেকা আমি
"একেলগে কত সুখে কৰিছিলো বাস !
"কিন্তু কিন্তু চাৰিওটি কৰি থাম থান
"ভাঙিলি সুখৰ ঘৰ !! কৰিলি নিৰাশ !!
"কি দাৱৰে কাৰণে কি, নিৰ্দ্দয় বিধতা ! তই
"কৰিলি সৃজন মোক জগতৰ মাজত ?
"সংসাৰৰ সুখময়ী ছবি খনি দেখি
"হাঁহিব নাপাওঁনে কি এই জগতত ?
"কঠুৱা বিধতা ! তোৰ কঠুৱা হৃদয় মন !

"দয়া মায়া স্নেহ তোৰ নাইনে মমত ?
"দিছ চিৰকাল দুখ কন্দুৱা সদাই
"জনম দিয়াই মোক ৰজাৰ ঘৰত ?
"নাইনে কি পূৰ হোৱা ইমানতো আৰু হায় !
"অনন্ত হেঁপাহ তোৰ দুখ দি সদাক ?
"আৰু কি মাৰিবি পুৰি জ্বলা অগনিত
"শোক-ভৰা হৃদয়ৰ চিৰ অভাগাক ?

৬

"আৰু কিনো দিবি দুখ দিলিতো বহুত ?
"বাপে-পোৱে ঠাই-ঠাই কৰিলি নিৰ্দ্দয় !
"তোৰ-দৰে নিদাৰুণ শত্ৰুৰ হাতত
"প্ৰাণসমা তিকন্তাৰ কৰিছু বিলাই ॥
"আৰু কিনো দিবি দুখ ? মাৰিবি পৰাণ ?
"মাৰ, তাত, বিধি ! মোৰ একো দুখ নাই
"মৰিলেতো দুখ শোক যাব একে লগে ?
"সংসাৰৰ তাপে মোক আৰুতো নাপায় ?
"চিৰ শোকে চিৰ দুখে জ্বলিছে পৰাণ

"পূৰ্ব্বৰ সম্পদ-সুখ সকলোটি গ'ল !
"শোকে তাপে দুখে আহি ভৰিলে হৃদয়;
"সৌভাগ্য—সুখৰ বেলি থন্তেক নৰ'ল ॥
"কি কাজ ! পৰাণ ৰাখি, নিৰ্দ্দয় বিধতা ?
"যম ! তোৰ দয়া মায়া নাইনে মনত ?
"পাপিষ্ঠ গদাক তই কিয়নো নেমাৰ ?
"নৰকৰ দুখ কিয় দিছ জগতত ?"

৭

এই ৰূপে গদাপাণি কান্দিব ধৰিলে বহু
হিয়া মুৰ ভুকুৱাই টাবলু মাজত !
এনেতে ধৰিলে বেৰি বহু চাউডাঙ্গে,
দেখি গদা নিৰুপায় প্ৰাণৰ ভয়ত ॥
কিন্তু যে পুৰুষ গদা গদাৰো হৃদয় সাহ
পুৰুষৰ দৰে, থ'ই ভয় আঁতৰাই
নাকান্দি নামাৰি লৰ তিৰুতাৰ দৰে,
বীৰোচিত সাহ বল আনিলে গোটাই ॥
অতুল বলেৰে আজি হ'ই গদা বলবান

কাষ্ঠ-পুলি এটি ভাঙ্গি ললেহি হাতত,
খৰস্বৰে গৰ্জ্জন কৰি শত্ৰু ফালে চাই
বুলিব ধৰিলে ক্ৰোধে নিৰ্ভয় মনত।

৮

———"পাষণ্ড নৰকী মিহি। লাজ নাই তোৰ?-
"কিয় ধৰ মোক? মই আছোঁহি পলাই।
"আছে যদি তোৰ, দুষ্ট! মমতা প্ৰাণত,
"যা বেগাই এৰিমোক, নতু ৰক্ষা নাই॥
"মইতো নহওঁ, দুষ্ট! ভয়াতুৰা তিৰী
"ধৰি বান্ধি অনায়াসে লই যাবি মোক?
"ইন্দ্ৰবংশী বীৰ মই লাগি গদাপাণি
"সংহাৰিব পাৰো এক মুহুৰ্ত্ততে তোক॥
গদাৰ বচন শুনি দুষ্ট চাউডাঙ্গে
মিহিৰ টিপনী পায় ফলে তৰোৱাল।!
এৰি আশা পৰাণৰ গদাপাণিয়েও
গছ-পুলি ললে ভাঙ্গি দুহাতে দুডাল॥
পোন্ধৰ যোলতা, হায়! শত্ৰুৰ মাজত.

অষ্টম সৰ্গ।

অকলে অকলে গদা ! কিন্তু ভয় নাই
অলপো মনত আজি, অভিমন্যু যেনে
সপ্তৰথী স'তে যুজে হই অসহায় ॥
দুদণ্ড কি তিনি দণ্ড গ'ল এই দৰে,
ছল চাই গদাপাণি ধৰিলে এটাক,
কাঢ়ি ল'লে তৰোৱাল হাতখনি পৰা,
কোবমাৰি দুডোখৰ কৰিলে লঠাক ॥
দুডোখৰ হ'ল লঠা ( মিহিৰ ভতিজা )
দুৰন্ত সাহসী ডেকা, আৰু লঠা নাই
নিৰমূল হ'ল আশা মিহিৰ মনৰ
গদাক তিয়াগি সবে পলালে লুকাই ॥
ঘোৰ অৰণ্যৰ মাজে যেনিয়ে তেনিয়ে
প্ৰাণৰ ভয়ত সয়ে মাৰিলে নিফাঁত;
নাই আৰু চিন-বান, নাই চাউুডাঙ্গ,
আহিলে আকৌ শান্তি গদাৰ হিয়াত

* * * * *
* * * * *

৯

চিন্তা ৰাক্ষসীয়ে আহি ধৰিলে আকৌ কিন্তু
ভুভগা গদাক বেৰি শোক তাপ লই,
আকউ উটিলে গদা শোক সাগৰত
বিয়াকুল মনে, হায় ! বিষাদিত হই ॥
আহিলে আকউ চিন্তা ( পুনু নানা তৰহৰ )
কেনি যাব ? যাব ক'ত ? ক'তনো থাকিব
লুকুৱাই দেহা, হায় ? শত্রুৰ হাতত
কেনেকই, কি উপায়ে পৰাণ ৰাখিব ?
ভাবিলে "ইঠাই মোৰ নোহে আৰু নিৰাপদ
"ইঠাইত থাকিলেই বিপদ ঘটিব !
"আকউ, জানোবা হায় ! দুষ্ট চাউডাঙ্গে
"আহি মোৰ ই ঠাইত পৰাণ মাৰিব ॥
"নাথাকোঁ ইয়াত আৰু—এই ঠাই আৰু হায় !
"নিৰাপদ নোহে মোৰ, গুছি যাওঁ গ'ই
"আন পৰ্বতত-থকা অৰণ্যৰ মাজে,
"টাবলুৰ হাবি বন নই পাৰ হই ॥"

এই ভাবি গদাপাণি গ'ল এৰি টাবলুঙ্গ
লাহে লাহে ল'লে খোজ নামচাৰ * ফালে।
হাবি বন পাৰ হই লাহে লাহে গই,
বহুত ক্লেশেৰে গদা নামচা ওলালে॥
নামচা পৰ্ব্বত পাই হ'ল পুনু নিৰভয়
বনৰ মাজত গদা দেহা লুকুৱাই;
ভাবিলে আকউ আহি এই পৰ্ব্বতত
আৰু মোক শতুকয়ে নাপায় নাপায়॥

১০

কিন্তু হায়! যিটোলই বিধতা বিমুখ হয়,
কৰবাত তাৰ নোকি হ'ব পাৰে সুখ?
যাক নিজে বিধতাই দিয খোজে দুখ
সি কি পাৰে ক'ৰবাত উপাৰ্জ্জিব সুখ?
কাৰ আছে জগতত এনেকুৱা ক্ষমতা
যিটে বাধা দিব পাৰে বিধিৰ ইচ্ছাত?
কোনেনো খণ্ডাব পাৰে বিধতাৰ বিধি

* নামচাঙ্গ পৰ্ব্বত।

তেনে প্ৰাণী তেনে লোক নেদেখোঁ ইয়াত ?
কি খণ্ডাব পাৰে গদাপাণি বিধতাৰ ইচ্ছা,
নোৱাৰিলে যাক, হায় ! দ্বাপৰ যুগত
পাণ্ডু পুত্ৰ পঞ্চ ভাই দেৱ অৱতাৰ,
আপুনি শ্ৰীকৃষ্ণ যাৰ সহায় লগত ?
ত্ৰেতা যুগে ৰামচন্দ্ৰ নিজে বিষ্ণু অৱতাৰ
নোৱাৰিলে বাধা দিব বিধিৰ ইচ্ছাত !
হৰিলে ৰাৱণে সীতা, পৰাণৰ প্ৰাণ,
নানা কষ্ট, নানা দুখ ভুগিলে লঙ্কাত ॥
কোনকুটা গদাপাণি কি কৰি খণ্ডাব, হায় !
বিধতাৰ ইচ্ছা আজি ? নামচাতো গই
শত্ৰুৰ চাউডাঙ্গে ধৰিলেহি বেৰি,
আকউ ব্যাকুল গদা নিৰুপায় হই ॥
আকউ গোটাই, কিন্তু সাহস হিয়াৰ বল
পুৰুষৰ দৰে গদা ল'লে তৰোৱাল;
কৰিলে আকউ যুদ্ধ (?) চাউডাঙ্গে স'তে,
প্ৰাণৰ ভয়ত সবে আকউ পলাল ॥

দোৰ্দোৰ অৰণ্য ভৰা লতা গছ গছনিৰে,
ছুকটি চাউডাঙ্গ গই লুকাল আৱত।
গদাও উলটি আহি গছৰ ছঁয়াত
জুড়ালেহি এখন্তেক দুখ জাগৰত॥

১১

নাই আৰু চাউডাঙ্গ। গ'ল যে পলাই,
আহিলে আকউ শান্তি দুৰ্ভগা গদাৰ।
কিন্তু পুনু আহি চিন্তা নিৰ্দ্দয়া ৰাক্ষসী
জ্বনা কলা কৰিলেহি মন দুৰ্ভগাৰ॥
আকউ চকুৰ মাজে চিন্তা সাগৰৰ
উটি-বুৰি গদাপাণি কান্দিব ধৰিলে।
নিৰ্ঝৰৰ টোপা যেনে মাঘৰ মাহত,
গদাৰ চকুলো ধাৰি সিরূপে সৰিলে॥
"বিধতাৰ ইচ্ছা মোৰ সুগুছে বিপদ।
"যতে আছোঁ ততে আহি শত্ৰুকয়ে পাই,
"কি কাজ মিছাতে আৰু পৰ্ব্বত মাজত
"অকলে পলাই থাকি দুখ কষ্ট খাই।"

"পৰাণৰ প্ৰাণ মোৰ দুখিনী কুঁৱৰী
"মোৰ কাৰণেই, হায়! ভুগিছে যাতনা!
"মোৰ কাৰণেই তেওঁ কোমল দেহাত
"অমানুষি অত্যাচাৰ সহিছে কতনা॥
"কি কাজ পৰাণ ৰাখি? লাগি যি প্ৰাণত
"পতিব্ৰতা কুঁৱৰীয়ে ভুঞ্জিছে কেলেশ?
"কিবা লাভ হ'ব তেনে ৰাখিলে পৰাণ
"যাত লাগি কুঁৱৰীৰ যাতনা অশেষ?

*　　*　　*　　*　　*

*　　*　　*　　*　　*

১২

"তেজুৱা নৰকী প্ৰাণ কিনো হ'ব ৰাখিলে?
"মহাপাপ হ'ব মোৰ সতীৰাণী মৰিলে॥
"মোৰ কাৰণেই তেওঁ ভুঞ্জে অত যাতনা,
"মোৰ দোষতেই হ'ল অত দুৰঘটনা॥

১৩

"কি হ'ব পৰাণ ৰাখি? কি হ'ব পিছাতে আৰু

"সতী তিৰুতাক এনে যাতনা ভুঞ্জাই ?
"দেখিছোঁ মইতো আৰু নোৱাৰো সাৰিব !
"বিধতা বিমুখ ! হায় ! কি হ'ব পলাই ?
"পলালো বহুত ! হায় ! আৰু মই নপলাওঁ
"আপুনি নিজেই আজি ধৰা দিওঁ গই,
"কি কৰে কৰক মোকে দুষ্ট ল'ৰাৰজা
"এৰক ৰাণীক মোৰ দুৰ্ভগাক লই ॥"
এই ভাবি গদাপাণি পুনু বিয়াকুল মনে
নামচা পৰ্ব্বত এৰি ওলালে বাহিৰ,
নানা কথা ভাবি ভাবি অৰণ্য মাজত
হ'ল দুৰ্ভগীয়া গদা অথিৰ-অবিৰ ॥



# নৱম সৰ্গ ।

"——'Tis so—Heaven wills, and my hour is nigh !"
————Pope's Translation of Homer's "Illiad"

"——And now she sees him ! fast the tear drops flow
Her accent stiffl'd with the sobs of woe;
She faints, she falls ( her inmost heart-strings mov'd )
Despairing shricks, repeats the name beloved
Gentler and gentler heaves her anguish'd breast

* * * *

Fond she embraced him,—wild with grief & sigh
The strain'd him closer to her heart and died"
——————————Voltare.

মহা অৰণ্যৰ মাজে কাঠ-চিতা চাউডাঙ্গে
পতি প্ৰাণা কুঁৱৰীক দিছে নানা যাতনা ।
জোঁপাৰ আঁৰৰ পৰা ৰাণীৰ কেলেশ দেখি
গদাপাণি মনে মনে বিলাপিছে কতনা ॥

প্ৰাণৰ মায়াত কিন্তু ওলাব নোৱাৰে তেওঁ
প্ৰাণৰ ভয়ত দেহা লুকুৱাই ৰাখিছে !
ওলালেই জানো পাছে বেৰি ধৰে শতুৰুৱে,
এই ভয়ে তেওঁ, হায় ! লুকায়েই চাইছে !!
কত চৰ কত ভুকু পৰিছে ৰাণীৰ গাত,
টঙ্গালি-চেপাত ৰাণী গত প্ৰাণা হইছে !
তথাপি নকয় একো স্বোৱামীৰ কথা ৰাণী
লাহৰি দেহত, হায় ! সকলোকে সহিছে !!
লাহৰি পিঠিত কত চাবুক চমটা পৰে,
চিগিছে পিঠিৰ ছাল ! তেজে ৰঙ্গা হইছে !
শাস্তিত অথিৰ হই কান্দিছে কেৱল ৰাণী,
নিৰ্জ্জন অৰণ্য, হায় ! কান্দোনেৰে ভৰিছে !!
ৰাণীৰ দুখত যেন হই আজি বিষাদিত
অৰণ্যৰ গছ লতা বিয়াকুল হইছে !!
দেখিব নোৱাৰি আৰু নিৰ্দ্দয় যাতনা এনে
জগতৰ চকু সূৰ্য্য শোকে অস্ত গইছে !!

* * * * *



ঠ

*   *   *   *   *

২

এনে নিদাৰুণ ছবি জানো ঢাকিবৰ মনে
মহা অন্ধকাৰে আহি ভৰিলে জগত্ !
এন্ধাৰ দুপৰ নিশা, শুনে চাউডাঙ্গ,
এনেতে আহিল গদা ৰাণীৰ কাষত ॥
দেখিলে, ৰাণীৰ হ'ল প্ৰাণ, হায় ! ওষ্ঠাগত
পৰি আছে জগ্গাকাঠ অৰণ্য—মাজত !
নাই মাত নাই বোল মুখত ৰাণীৰ,
দীঘল উসাহ মাথোঁ ঝুলিছে নাকত !!
ৰাণীৰ অৱস্থা দেখি হ'ল গদা বিয়াকুল,
পানি একাঁজলি আনি দিলেহি মুখত;
জ্ঞান পালে কুঁৱৰীয়ে, চকু মেলি চাই
দেখিলে প্ৰাণৰ প্ৰাণ স্বামীক আগত ॥

৩

যাৰ কাৰণেই তেওঁ ভুঞ্জিছে যাঁতনা,
যাৰ কাৰণেই আজি প্ৰাণ যায়-যায় ;
তেনুৱা স্বামীক দেখি চকুৰ আঁগতে,

মহাশোকে কুঁৱৰীয়ে বুলিলে বিনাই;
"মহাৰাজ! প্ৰাণনাথ! বঙ্গহৰদেও! (১)
"ৰান্ধি বাঢ়ি আৰু ভাত নিদিবা পেলাই!
"অত দিন গ'ল, আৰু কেৱলে এদিন
"মই অভাগিণী, নাথ! থাকিম জীয়াই॥
"ৰাতি পুৱালেই, নাথ! কাইলই মোৰ
"নিৰদয় চাণ্ডালে বধিব জীৱন!
"কিয়নো মিছাতে আহি, এনুৱা কালত
"চাপিছা শত্ৰুৰ কাষ? যোৱা, প্ৰাণধন!
"বৰ ভাগ্য মোৰ——"
গদাপাণি————"প্ৰিয়ে!—শত ধিক মোক!
"কাপুৰুষ!—তিকতাক যাতনা ভুঞ্জাই
"কি কাজ পৰাণ ৰাখি? নৰকী পৰাণ,
"নাই যাৱ, প্ৰাণেশ্বৰি! নৰকতো ঠাই॥"
জয়—"বৰ ভাগ্য মোৰ, নাথ! অন্তিম কালত

(১) ওপৰ শ্ৰেনীৰ আহোম সকলৰ ভিতৰত গিৰিয়েকক 'বঙ্গহৰ দেও' বুলি মাতে।

"দেখিলো তোমাৰ আজি যুগল চৰণ,
"অতি ভাগ্যৱতী মই, স্বামী-মুখ চাই
"আনন্দে হৰিষ মনে এৰিম জীৱন ॥
"যাতনা কি, প্ৰাণনাথ ? যাতনা নহয়
"এই মোৰ ; এই মোৰ স্বোৱামীৰ সেৱা ;
"স্বামীৰ নিমিত্তে প্ৰাণ আত্মা দেহ মন
"তিৰুতাৰ, হায়, নাথ ! তাত দুখ কিবা ?
"নহয় দুখৰ দিন মোৰ আজি, নাথ !
"আনন্দৰ দিন মোৰ, নিমিত্তে তোমাৰ,
"তোমাৰ সেৱাতে এই দেহা নিয়োজিত
"ঙু দাসীৰ, প্ৰাণনাথ !————"

গদা — ——————————"নিমিত্তে গদাৰ
"ছ দশা তোমাৰ আজি ! নোৱাৰোঁ সহিব
"আৰু মই, প্ৰাণেশ্বৰি ! নাথাকোঁ লুকাই ;
"যি কৰে কৰোক মোকে, এৰক তোমাক,
"মাৰে, মোকে চাণ্ডাঙ্গে মাৰক কোবাই ॥"

জয়—"তিৰুতাৰ ধৰ্ম্ম, নাথ ! দিয়াঁ তিৰুতাক

"পালন কৰিবলই, নিমিত্তে স্বামীৰ
"( স্বামীৰ কাৰ্য্যত লাগি, স্বামীৰ সেৱাত )
"মৰণতো মহা সুখ তিৰুতা জাতিৰ ॥
"কিন্তু, নাথ ! আৰু তুমি মাথাকাঁ ইয়াত,
"শত্রুৱে দেখিলে হ'ব তোমাৰ বিলাই
"পলোৱাঁ পলোৱাঁ তুমি, গুচি যোৱাঁ গই,
"নগা-পৰ্ব্বতত গই থাকিবা লুকাই ॥
"যি কৰিছে চাউডাঙ্গে মোকেই কৰক,
"যি সহিছো, আৰু, নাথ ! সহিয়ে থাকিম,
"মোক কৰা অত্যাচাৰ কৰিলে তোমাক,
"কেনেকই প্ৰাণনাথ ! সহিব পাৰিম ?
"শত্রুৰ বেঁতৰ কোৰ পাৰিছোঁ সহিব,
"কটাঘাঁত কলাখাৰ ঘাঁহাও সহিম,
"মোক কৰা অত্যাচাৰ কৰিলে তোমাক,
কেনেকই, প্ৰাণনাথ সহিব পাৰিম ? "
"তিৰুতাৰ জন্ম, নাথ ! স্বামীৰ নিমিত্তে,
"স্বামীৰ সুখৰ অৰ্থে তিৰুতাৰ ধন,

"(প্ৰেম ভাল পো…) আৰু সৰ্ব্বস্ব তিৰীৰ,
"মন প্ৰাণ; তিৰুতাৰ তিৰুতা জনম ॥
"সকলো স্বামীৰ অৰ্থে, তিৰী জনমত
"তিৰীৰ নিজস্ব ধুলি একো নাই স্ত্ৰীৰ;
"তিৰুতাৰ ৰূপ গুণ সৌন্দৰ্য্য অমিয়া
"সকলো স্বামীৰে অৰ্থে সকলো স্বামীৰ ॥
"তিৰুতাৰ সকলো স্বামীৰ
"কিন্তু, নাথ! স্বোয়ামীৰ নহয় তিৰুতা
"ভোগ বিলাসৰ মাত্ৰ বস্তু সংসাৰত,
"নোহে স্বামী তিৰুতাৰ সামগ্ৰী খেলাৰ
"(প্ৰেমৰ পুতলি মাথোঁ) তিৰী জনমত ॥
"তিৰুতাৰ স্বামীস'তে অচ্ছেদ্য বন্ধন,
"অপূৰ্ব্ব উদ্দেশ্য আছে উদ্দেশ্য মহত
"সিদ্ধ হয়, লভে ফল কৰি আত্মদান
"স্বামীৰ মঙ্গল অৰ্থে, স্ত্ৰীয়ে জীৱনত ॥
"তিৰুতাৰ স্বামী, নাথ! জীৱন সৰ্ব্বস্ব,
"পতি বিনে তিৰুতাৰ নাই একো ধন,

"নাই সুখ তিৰুতাৰ, গৌৰৱ সন্মান
"স্বামী বিনে তিৰুতাৰ জীৱন্তে মৰণ ॥
"তিৰুতাৰ ধৰ্ম্ম স্বামী—স্বামী কৰ্ম্ম স্ত্ৰীৰ
"ভক্তি মুক্তি তিৰুতাৰ সকলোটি পতি;
"মহা পীঠ মহা তীৰ্থ স্বামী তিৰুতাৰ
"ধৰ্ম্ম অৰ্থ কাম মোক্ষ অন্তিমৰ গতি ॥
"পতিব্ৰত—পতি সেবা ধৰ্ম্ম তিৰুতাৰ
"তোমাৰ কুঁৱৰী সেই ধনে ধনবতী
"সি ধনৰ পৰা মোক নকৰা বঞ্চিত;
"ধৰিছোঁ পাৱত, নাথ! কৰিছোঁ মিনতি ॥"

* * * *

* * * *

৪

এই বুলি কুঁৱৰীয়ে কান্দিব ধৰিলে শোকে;
শোকত অধীৰ হই বুলিলে গদাই;—
"শত ধিক, প্ৰাণেশ্বৰ! মোৰ জীৱনত
"নৰকতো আৰু মোৰ ক'তো ঠাই নাই ॥

“প্রে সমা তিক্তাক যাতনা ভুঞ্জাই এনে
“নি[illegible] নৰকিয়ে খোজে থাকিব জীয়াই;
“তা সম পাপী নাই জগত-মাজত;
“যমেও নিদিয়ে তাক নৰকতো ঠাই ॥
“মই, প্রিয়ে ! ভাগ্য গুণে তোমাক অর্দ্ধাঙ্গী ৰূপে
“পূর্ব্ব জনমৰ ফলে পাইছিলো, হায় !
“কেনুৱা যে সুখী, মই কি কই বর্ণাম ?
“ভাঙ্গিলে সি সুখ কিন্তু কণা বিধতাই !!
“সপোনতো ভবা নাই হ’ব বুলি এনে দশা,
“মোৰ কাৰণেই তুমি যাতনা ভুঞ্জিবা,
“মোৰ দোষে চকু পানী ওলাব চকুত,
“মোৰ দোষতেই তুমি কেলেশ সহিবা ॥
“নাই কাজ আৰু, প্রিয়ে ! মোৰ এই পৰাণত,
“নপলাওঁ আৰু, মই—নিজে ধৰা দিম !
“কি কাজ পৰাণ ৰাখি ? কেলেশ ভুঞ্জাই
“তোমাহেন তিক্তাক কি ৰূপে থাকিম ? ”

৫

এই বুলি গদাপাণি কুঁৱৰীৰ হাত ধৰি
ইনাই-বিনাই শোকে কান্দিব' ধৰিলে !
স্বামীৰ কেলেশ জানি পতি-প্ৰাণা কুঁৱৰীয়ে
স্বামীৰ পাৰত ধৰি দুখেৰে বুলিলে :—

৬

"মহাৰাজ ! প্ৰাণনাথ ! জয়মতী-প্ৰাণ !
"মোৰ দোষে ঘনে ঘনে চকুত তোমাৰ
"ওলাইছে চকু পানী, তিতিছে হৃদয়,
"পেলোৱা মুছি, হে নাথ ! চকুলো দুধাৰ ॥
"পুখুৰীৰ পদ্ম ফুল লৰে বতাহত,
"তল যায় কেতিয়াবা, আকউ ওলায়,
"কি দুখ পদ্মৰ তাত ? কিন্তু জঁয় পৰে
"যেতিয়া প্ৰাণৰ প্ৰাণ বেলি মাৰ যায় ॥
"তোমাৰো প্ৰিয়সী, নাথ ! দুখুনী কুঁৱৰী
"নাই বোলা একো জ্বালা শান্তিৰ জ্বালাক,
"বাঢ়িছে মাথোন মোৰ হৃদয়ৰ দুখ,



ভ

"প্ৰাণনাথ !—দেখি মই ব্যাকুল তোমাক ॥
"অনায়াসে সহি আছোঁ শাস্তি দোৰঘোৰ,
"বাৰু যন্ত্ৰণা, মই আনন্দে সহিম,
"নাকান্দিবা কিন্তু, নাথ ! নকৰিবা শোক,
"তোমাৰ বিলাই দেখি কিৰূপে থাকিম ?"

৭

ইদৰে বনত দুয়ে কত কথা পাতিছে,
দুয়োটিয়ে শোকে দুখে কতনানো কান্দিছে !!
চাউডাঙ্গে গম পাই, হাই মাৰি উঠিলে,
দুখুনী ৰাণীয়ে পুনু কাকুতিত ধৰিলে ;
"পলোৱাঁ পলোৱাঁ, নাথ ! উঠাঁ যোৱাঁ, পলোৱাঁ
"পাছত বিপদ হ'ব, যোৱাঁ পুনু লুকুৱাঁ ॥
"* * * * *
"* * * * * "
প্ৰাণৰ মায়াত পুনু গদাপাণি লুকালে,
উঠি চাই চাউডাঙ্গে ক'তো কাকো নাপালে ॥
* * * * *

*    *    *    *    *

৮

ৰাতি প্ৰায় তিনি পৰ ! এনে সময়তে
চাণ্ডভাঙ্গে কুঁৱৰীক আকৌ ধৰিলে
দিবলই মহা শাস্তি ! "ক'ত গ'ল গদা ?
"স্বামী তোৰ ? " এই বুলি সবাই সুধিলে ॥
তথাপি নকয় ৰাণী স্বোৱামীৰ কথা,
অনায়াসে চৰ ভুকু সহিছে দেহত,
জোপাৰ আঁৰত থাকি দেখিছে গদাই,
তিৰুতাৰ এনে দুখ সহে কি প্ৰাণত ?
সহিব নোৱাৰি গদা প্ৰাণ আশা এৰি
ছদ্মবেশে ( নগাবেশে ) বাহিৰ ওলালে;
জোপাৰ আঁৰৰ পৰা, ধীৰে ধীৰে গই
অচিনাকি ভাও ধৰি কুঁৱৰীক ক'লে
"কিয়নো সহিছ, আই ! ইমান কেলেশ ?
"নকয় কিয়নো তোৰ স্বোৱামীৰ কথা ?
"লাহৰি দেহত তই কিয় সহ দুখ ?

"পৰাণত, আছি ! তোৰ নাইনে কি বেথা ?"
শোকে তাপে ৰাণীয়েও খঙ্গমুৱা কই
ক'লে আচিনাকি ভাৱে, "নকওঁ যা মই
"স্বোৱামীৰ কথা মোৰ ! তোৰ কিনো হ'ল ?
"মৰিলে মৰিম মই, মোৰ প্ৰাণ গ'ল ॥
"ডালোৱা নগাটো ! তই থাক পৰ্ব্বতত
"নাজানে নাগিনী তোৰ স্বামী কেনে ধন !
"কি জানিবি মোল তই সতী তিৰুতাৰ ?
"সঁচতো নহওঁ তোৰ নাগিনী, দুৰ্জ্জন ?
"[illegible] নগা তই, গুচি যা তালই,
[illegible] আছে চাঙ্গ তোৰ পৰ্ব্বত-মাজত ;
"স্থু[illegible]ন তই তাত থাই থাকগই,
নামা[illegible] শেল আৰু মোৰ হৃদয়ত ॥
"* * * * *
"* * * * *"

৯

পুৰ্‌ৱতাৰ দোকামোকা, দুষ্ট চাউডাঙ্গে

খণ্ডপৰ চাই, নগা যেন দেখিয়েই,
( ছদ্মবেশী গদাপাণি চিনিব নোৱাৰি )
পৰ্বতৰ নগা তাক শুধিলে সন্দেহ;
"কোন পৰ্বতৰ পৰা আহিছ 'অ' হাজি !
"ক'ত যাব লাগে এই যুৱতী বোলি কোৱা ?
"আমাৰ মানুহ এটা গইছে পলাই।
"পৰ্বতৰ ফালে তই, নাপালিনে দেখা ?"
গদা—"গাভৰুৰ পৰা (১) হাজি ! আহিছোঁ অ' মই,
"আহোঁতে আহোঁতে মোৰ ৰাতি শেষ হ'ল;
"ক'তো দেখো কাকো মই দেখাকে নাপালোঁ,
"আহোঁতে বাটত, জানো কোন ফালে গ'ল ॥
"বাৰু, যাদ কৰবাত [illegible], শাও,
"তেহঁতক কোনোমতে দিয়া না বাতাৰ।"
এই বুলি গদাপাণি এৰি সেই ঠাঁই,
লাহে লাহে আৰু হ'ল আঁতৰি আঁতৰি ॥

* * * * *

---

(১) গা [illegible] পৰ্বতৰ পৰা

* * * * *

১০

আঁতৰিলে কেঁচুজালি (বঙ্গচুৰা উষা)
বঙ্গাৰ'দ লই পূবে ওলালে বেলিটী;
নাই আৰু দোকামোকা, উজলিলে জগত
সোণালী কিৰণে স'তে, অনন্ত জেউতী ॥
ওলালে আকউ গদা আন বেশ ধৰি,
(সহিব নোৱাৰি দুখ প্ৰাণ প্ৰেয়সীৰ)
পুস্পে ক'লে,—"কিয়, আই! খাৰ মিছা দুখ?
"কিয়নো নকৰ তুই কথা [illegible]?"
বাণীয়ে ক'লে পুস্প "জানো কোনি [illegible]
"ক'ম কেনেকই, পোনা? (২) [illegible] নাই;

(২) [illegible] [illegible] [illegible], ইয়াৰ আগৰ [illegible] গদাপাণিয়ে [illegible] বেশধাৰি কুৱৰীক দেখা [illegible], কিন্তু [illegible] [illegible] সৰ্ব্বসাধা- ৰণ আগৰ দেখা নিয়াত কুৱৰী বিচুটি [illegible] [illegible] তেওঁৰ স্বামী আৰ পৰা আঁতৰি যাব, তেওঁ ইয়াকেহে [illegible] [illegible]। স্বামীক তাৰ পৰা আঁতৰবাই পঠাবলৈ মন কৰি, তেওঁ [illegible] [illegible] [illegible] সাজি পঠা-

"গুচি যোৱা ভ্ৰম মাথোঁ, তিৰী বধ লাগে !
"মাৰে মোক চাউডাঙ্গে মাৰক কোবাই ॥
"*　*　*　*　*
"*　*　*　*　*"

১১

সূৰুজক শাক্ষী কৰি ক'লে গদাপাণি
আপোন মনতে, "প্ৰভু ! তুমি দেখিছাই,
"ইমান ক'লোহি মই আজি কুঁৱৰীক,
"কিয় সঁহা দুখ ? মোক দিয়াঁ দেখুৱাই ॥

পাণিৰ কাণে চাই ক'লে,—"পেহা ! ক'ৰ মানুহ ক'লৈ গ'ল মইনে।
"কেনেকৈ ক'ম ? যাবৰ সময়ত তেওঁতো মোক কই যোৱা নাই ?
"যাহক, বধলাগে ! তুমি ইয়াৰ পৰা গুচি যোৱাঁ, মোৰ মনত নৰ
"বিষাদ লাগিছে।" জয়মতীয়ে স্বামীক 'পেহা' বুলি মতাত, চাউডাঙ্গ
বিলাকে গদাপাণিক চিনিব নোৱাৰিলে· গদাপাণিয়েও "পেহা" বুলি
মতাৰ ভেদ বুজি, বৰ দুখ বেজাৰেৰে তাৰ পৰা গুচি গ'ল। জয়মতী
কুঁৱৰীয়ে তেওঁৰ স্বামীক "পেহা" বুলি সম্বোধন কৰিছিল, সম্ভৱতঃ
সেই কাৰণেইহে আজি কালি মানুহে কথাত কয়;—

"যেনেহে পাবহি কালৰ বেলা
"পাটীৰ তিকতাই বুলিব পেহা ॥"

"তথাপি নকয় তেও, নিদিয়ে দেখাই,
"নিজে ধৰা দিব খোজোঁ, বাধা দিয়ে তেওঁ;
"নাই কিযা আৰু মোৰ একো প্ৰতিবাদ
"নিজা দোষে মৰে ৰাণী, দোষী নহয় কেও॥"
এই বুলি গদাপাণি বিয়াকুল চিতে
ধীৰে ধীৰে ল'লে খোজ নামিঘৰ,
দেখোঁতে দেখোঁতে হ'ল নেদেখা আকউ,
গছ গছনিৰ আঁৰে গদাক লুকালে॥
আকউ অথিৰ হ'ল দুখুনী কুঁৱৰীক
ধৰিলে আকউ শাস্তি কৰিব' ৰাণীক।
নিৰদয় চাণ্ডিডাঙ্গে, বুলিলে আকউ,
"দেখাই দে গদাপাণি তোৰ স্বোৱামীক।"
তেজেৰে বাঙ্গলী ৰাণী প্ৰাণ যায়-যায়!!
তথাপি নকয় তেওঁ কথা স্বোৱামীৰ,
আপুনি সহিছে দুখ, আপুনি মৰিছে,
স্বোৱামীত লাগি, হায়! আপুনি অস্থিৰ॥
যত শোধে চাণ্ডিডাঙ্গে, তত উঠে খঙ্গ

ৰাণীৰ মনত, হায়! বাঁৰা৺না-দৰে
তেজ গৰ্ব্ব ভাবে তেওঁ বুলিলে শেহত;
"মুৰুখ! মদপি! দুষ্ট! জানিবি কিৰূপে
"যি চকুৰে তিৰুতাই চাই স্বোৱামীক?
"কাটি-কাটি খাৰ ঘঁহ কটা ঘাঁত মোৰ,
"মাৰ মাৰ্ কাট কাট্ এই দুখিণীক॥
"কাটি কাটি মাংস যদি দিয় কুকুৰকো,
"তথাপি নিচিন্তো মই স্বামীৰ অহিত,
"মোৰ পৰা তাৰ একো সিদ্ধিকে নাপাৱ॥
"স্বামী মোৰ মহাগুৰু, আৰাধ্য দেৱতা,
"প্ৰাণ যায়, তথাপিও নিচিন্তো অহিত!
"কাট যদি কাট মোক, নাপাৱ নিশ্চয়
"সি কথাৰ সিদ্ধি কিন্তু ৰাণীৰ গুৰিত॥"

১২

এই বুলি কুঁৱৰীয়ে ৰ'ল মনে মনে;
নিৰদয় চাউডাঙ্গ জলন্ত অনল!
ভাবিলে, "নিশ্চয় ৰাণী একোকে নকয়,



চ

"শুধি থকা মিছা, একো নাইকিয়া ফল ॥"
এই ভাবি চাউডাঙ্গে ধৰিলে আকউ
টঙ্গালিৰ চেপাদিব' দুখিনী ৰাণীক !
চেপাত অস্থিৰ হই, হায় ! অকালত
পৰাণ ত্যজিলে ৰাণী ভাবি স্বোৱামীক ॥
স্বামীৰ চৰণ চিন্তি আনন্দ মনত,
আহোম কুলক কৰি মৰ্ত্ত্যত উজ্জ্বল,
নশ্বৰ জীৱন এৰি, লভিলে পাছত,
দয়াময় ঈশ্বৰৰ চৰণ যুগল ॥
এৰি ৰাণী পৃথিবীৰ ঘৃণনীয় সঙ্গ,
ৰাখি মহা সদকীৰ্ত্তি চিৰস্মৰণীয়,
"তিৰুতাৰ আত্মদান" শিকাই নাৰীক,
লভিলে প্ৰভুৰ পাছে চৰণ স্বৰ্গীয় ॥

১৩

যোৱাঁ, ৰাণি !———————————
য'ত নাই সংসাৰৰ বিষময় ছবি,
য'ত নাই শোক দুখ বিষাদিত চিত,

মানুহৰ নাই য'ত খিয়লা-খিয়লি,
যোৱাঁ, ৰাণি! থাকাঁগই তুমি সিঠাইত॥
যোৱাঁ, মাতৃ!————————
য'ত নাই ল'ৰাৰজা দুষ্ট চাউডাঙ্গ,
য'ত নাই সংসাৰৰ বিপদ অহিত,
নালাগে ভুঞ্জিব য'ত যাতনা বিষম,
যোৱাঁ, আই! থাকাঁগই তুমি সিঠাইত॥
যিঠাইত কোতিয়াও অত্যাচাৰ নাই,
সকলোৰে সদাচাৰ য'ত দেখা যায়;
যলই অলেখ জীৱ যাবৰ আশাত
আশাব নাৱত উঠে কাল-সাগৰত,
(কোটীৰ মাজত কিন্তু এটা দুটা যায়)
যোৱাঁ, মাতৃ! যোৱাঁ গই তুমি সেই ঠাই॥
যোৱাঁ, দেবি!————————
তুমি————————————
দেখুৱালা জগতৰ তিকতা জাতিক
পতিপৰায়ণতাৰ চৰিত্ৰ মহত,

কি-এক অপূৰ্ব্ব ভাব সতী-হৃদয়ৰ
পতি-প্ৰেম ! কি মাধুৰ্য্য অতুল মৰ্ত্ত্যত !!
পবিত্ৰ কৰিলা তুমি মৰ্ত্ত্যভূমি, সতি !
পতিৰ মঙ্গল অৰ্থে কৰি আত্মদান ।
জন্মভূমি তব, দেবি ! হ'ব গোৰবিত
যাবচ্চন্দ্ৰ দিবাকৰ গাই তযু গান ॥
শিক্ষা দিলা জগতক————————
সতী তিকতাৰ প্ৰেম শান্তি-নিকেতন
শোকে তাপে-ভৰা এই সংসাৰ—মাজত,
নথকাহেঁতেন, দেবি ! সি প্ৰবিত্ৰ প্ৰেম
হ'ল হয় মৰিশালি গোটেই জগত ॥
পতি-প্ৰেম তিকতাৰ নথকাহেঁতন,
নহ'লহেঁতেন বাস-যোগ্য মানৱৰ
ই জগত ই সংসাৰ দুখে-শোকে ভৰা
সতী-প্ৰেম শান্তি মাথো এই জগতৰ ॥
যোৱা, দেবি !——————————
পঢ়িছোঁ বহুত, দেবি ! শুনিছোঁ বহুত

বহুসতী ৰমণীৰ কাহিনী শুন্দৰ,
স্বামী-পাগলনী কিন্তু নাই দেখা মই
তোমা-দৰে আৰু সতী (নান্দনী দক্ষৰ) ॥
স্বামী কুৎসা পতি-নিন্দা শুনিব নোৱাৰি
পতি অৰ্থে দেহত্যাগ কৰিছিলে সতী;
স্বামীৰ মঙ্গল—অৰ্থে, স্বামী পাগলিনি !
আত্মদান কৰি তুমি ৰাখিলা সুকীৰ্ত্তি ॥
সতীৰ গলিত দেহা খণ্ডে খণ্ডে পৰি
শত শত মহা তীৰ্থ উৎপত্তি মৰ্ত্ত্যত
তবু আশীৰ্ব্বাদবলে হোক ঘৰে ঘৰে
জন্ম শত জয়মতী আসাম—মাজত ॥
যোৱা, সতী !——————————
সাবিত্ৰী জানকী আদি দময়ন্তী সতী
সিঠাইত আছে সুখে হই হৰষিত;
চিৰসুখ চিৰশান্তি বিৰাজিছে তাত,
যোৱা, সতি ! থাকিগই তুমি সিঠাইত ॥
মানবী নোহোৱা তুমি, দেবী অৱতাৰ,

ভিকুতাৰ আত্মদান কাব্য।

মানবীৰ ৰূপ ধৰি দেখালা মৰ্ত্ত্যত
"ভিকুতাৰ আত্মদান" ভকতি পাতিত,
সতী তিৰুতাৰ ধৰ্ম্ম জগত—মাজত ॥
যোৱা, দেৱ !————
স্বাম যোৱা গই,——————
তোমাৰ নিমিত্তে, হায় ! নাকান্দো অলপো,
কান্দিব অনন্ত কালে কাৰণে তোমাৰ।
থাকে মানে চন্দ্ৰ সূৰ্য্য আকাশ—মাজত
থাকা জগতে, হায় ! চকুলো দুখাৰ ॥
থাকিব যিমান দিন অসমীয়া জাতি
জগতত ৰ'ব নাম অসম ভূমিৰ,
থাকিব তোমাৰ ছবি হৃদয়ত—আঁকা
উত্তাদন, জেৰা সতি ! আসাম বাসীৰ ॥
কৰ্ম্মদশাবলে, সতি ! যদিওবা আজি
নিদিয়ে তোমাৰ সতি-সন্ততিক বাট
পঠাবৰ পকাধানে ! যদিও আছোঁ
সম্ৰাজ্য বিহীন হই হীন অৱস্থাত

ধনহীন মানহীন যদিও আহোম
"কি-এক পদাৰ্থ" আজি হিন্দু সমাজত
আসামৰ, কিন্তু দেবি ! হ'ব গৌৰবিত
আহোমৰ নাম তযূ সতীত্ব বলত ॥
পতিব্ৰতা মহাধৰ্ম্ম তাব প্ৰভাৱত
তযূ আশীৰ্ব্বাদবলে তোমাৰ সন্তান
নিজ নিজ ভুল ত্ৰুটী কৰি সংশোধন
আচৰিব আপোনাৰ জাতিৰ কল্যাণ ॥
যদিওবা অকালত ডুবিছে, হে সতি !
আহোম সৌভাগ্য-ৰবি, বিষাদৰ ছাঁই
অবৰিছে আহোমক, যদিওবা আজি
পূৰ্ব্বৰ সম্পদ আৰু আহোমৰ নাই
তোমাৰ সুকীৰ্ত্তিবলে, জগত মাজত
আহোমৰ হ'ব ঠাই ওপৰ থাপত ॥

---



# দশম সৰ্গ ।



———Wild with despair, I shed a copious tide
Of flowing tears and thus with sighs replied:
Fly'st thou loved shade, while I thus fondly mourn ?
Turn to my arms, to my embraces turn."

———Pope's Translation of Homer's "Odyssey."

কল্পনা ! কবিৰ প্ৰাণ ! পদত তোমাৰ
ই মিনতি আজি মোৰ, কোৱাঁ, দেবি ! মোক
ক'ত আছে গদা আজি ? আছে কেনেকই
সহি আপোনাৰ সতী তিৰুতাৰ শোক ?
অশেষ যাতনা ভুঞ্জি শত্ৰুৰ হাতত
কুঁৱৰীতো গ'ল আজি তিয়াগি সংসাৰ ?
এনুৱা কালত গদা ক'ত আছে গ'ই ?
সহিছে কিৰূপে শোক হৃদয়ে গদাৰ
আহাঁ দেবি ! কোৱাঁ মোক, দেখুৱাঁ গদাক,
নকৰিবা বেলা-মোৰ বিলম্ব নসয়;

মিনতি কৰিছোঁ অত তথাপি তোমাৰ,
মোলই অলপোনেকি কৰুণা নহয় ?
স্বৰ্গীয় কৰুণা, দেৱি ! হিয়াত তোমাৰ,
বিৰাজ কৰিছে তাত অমৃতৰ ধাৰ;
অনন্ত তোমাৰ দয়া অনন্ত কৰুণা,
দয়া কৰি, দেৱি ! মোৰ পূৰোৱা কামনা ॥
তোমাৰ প্ৰসাদে, দেৱি ! কতনো কৱিয়ে
স্বৰ্গৰ দেৱতা আনি ৰাখে জগতত,
মৰ্ত্ত্যৰ মানৱ লই তোমাৰ কৃপাত
আনন্দ মনেৰে থয় স্বৰ্গৰ মাজত ॥
দয়াকৰা যদি তুমি, নাই এনে কাম
নোৱাৰে কৱিয়ে যাক সমাধা কৰিব;
নাই ছৱি এনেকুৱা ক'তো ত্ৰিলোকত
কৱিৰ তুলীয়ে যাক নোৱাৰে আঁকিব ॥
আহাঁ, দেৱি ! যাওঁ আজি নামচ্চাৰ কাষে,
আছে জানো তাতে গদা প্ৰাণৰ ভয়ত,
অকাল মৃত্যুৰ কথা সতী ভিকতাৰ



প্ৰ

শুনি জানো দুখে আজি কান্দিছে শোকত ॥

*　　*　　*　　*

*　　*　　*　　*

২

নামচাৰ এটী জুৰৰি দাতিত
এজুপি ডাঙ্গৰ গছৰ তলত,
ভাবি প্ৰিয়সীৰ যাতনা বিষম
বহি আছে গদা বিষাদ মনত ॥
বহুৰাতি হ'ল তথাপিও নাই
দুচকুত আজি টোপনি গদাৰ;
বিয়াকুল মনে কান্দিছে শোকত
টুকিছে সঘনে চকুলো দুধাৰ ॥
কান্দিছে শোকত চকুলো টুকিছে,
ঘনে ঘনে থাকি হৃদয় কঁপিছে ॥
কিন্তু গদাপাণি নাই জনা, হায় !
আৰু যে কুঁৱৰী সংসাৰত নাই ॥
কুঁৱৰী যে আজি তিয়াগি সংসাৰ,

তিয়াগি অশেষ যাতনাৰ ঠাই,
দেৱী মূৰ্ত্তি ধৰি গইছে স্বৰ্গত
দুৰ্ভগীয়া গদা একো জনা নাই ॥
নাই জনা গদা এতিয়াও একো,
কুঁৱৰী যে আজি শত্ৰুৰ হাতত
অশেষ যাতনা ভুঞ্জি অৱশেষে
বিৰাজিছে আজি স্বৰ্গৰ মাজত ॥
নাই জনা গদা এতিয়াও একো
মাথোঁ দুখে শোকে কৰিছে ক্ৰন্দন,
কান্দি কান্দি হায় ! দুখ বেজাৰত
অৱশেষে তাতে কৰি শয়ন ॥
আহিলে গদাৰ চকুত টোপনি,
লাহে লাহে হ'ল টোপনি মগন,
টোপনিতে গদা গছৰ তলত
দেখা পালে এটি অপূৰ্ব্ব সপন ॥

৩

দেখা পালে, যেন সেই দৰে ৰাণী

ভিকভাব আত্মদান কাব্য ঃ

হাৰাশান্তি হই টঙ্গালি চেপাত
হ'লগত প্ৰাণা, সুখী তথাপিও
উছৰ্গি দেহাটী স্বামীৰ সেৱাত ॥
দেখা পালে যেন আকাশৰ পৰা
দেৱকন্যা সবে হাঁহি মনে আহি,
চাপিলে ওচৰ দুখিনী ৰাণীৰ
বজাই মধুৰ সুললিত বাঁহি ॥
এটী দেৱকন্যা ক'লে কুঁৱৰীক,
"নাকান্দিবা সতি ! অন্ত হ'ল দুখ ।
"নালাগে ভুঞ্জিব আৰু সংসাৰৰ
"অশেষ যাতনা নিদাৰুণ শোক ।
"গোলোক-স্বামীয়ে বৈকুণ্ঠৰ পৰা
"দিছে এয়া, সতি ! ৰথ পঠিয়াই,
"উঠা, দেবি ! তাতে, কৰা আৰোহণ"
ধীৰে ধীৰে ৰথ আনিলে চপাই ॥
অন্য এজনাই ক'লে কুঁৱৰীক,
"জগতৰ আয়ে দিছে পঠিয়াই,

"এয়া পিন্ধা সতি। দেৱ সাজ পাৰ,"
কুঁৱৰীক দিলে সাজ উলিয়াই॥
"আপুনি লক্ষ্মীয়ে" ক'লে আন এটী,
"দিছে বাছি বাছি এয়া অলঙ্কাৰ
"পিন্ধা খাক খনি খুৰিয়া কাণত,
"দেখুৱ গহনা বস্ত্ৰ দেৱতাৰ।"
ধীৰে ধীৰে উঠি পিন্ধিলে কুঁৱৰী
ৰঙ্গে সাজপাৰ, অলঙ্কাৰ লই।
এটী দেৱকন্যায় বান্ধিলে ৰাণীৰ
সুন্দৰ খোপাটী মনোহৰ কই॥
"পোলোম জীয়াৰী" ক'লে এজনাই,
"বাসৱৰ-প্ৰিয়া অতি সাদৰত
"দিছে পঠিয়াই পাৰিজাত পাহি,
"পিন্ধা এয়া, সতি। সাদৰে মূৰত॥"
ধীৰে ধীৰে উঠি পিন্ধিলে কুঁৱৰী
ৰঙ্গে অলঙ্কাৰ সাজ-পাৰ লই।
এটী দেৱকন্যায় বান্ধিলে ৰাণীৰ

সুন্দৰ খোপাটী মনোহৰ কই ॥
আন এজনাই মধুৰ বচনে
ক'লে কুঁৱৰীক, "পিন্ধা কপালত
"এইয়া সেন্দুৰ দিছে পঠিয়াই
"আপুনি ৰত্নিয়ে আনন্দ মনত"।
সেন্দুৰৰ টেমা দিলে উলিয়াই
ৰঙ্গমনে ফোঁট পিন্ধিলে কুঁৱৰী;
ৰথখনি আনি দেৱকন্যা সবে
তুলিলে ৰাণীক ৰথত আদৰি ॥

৪

ঘূৰিলে ৰথৰ চকৰি চাৰিটী,
চলে ৰথখনি সত্বৰে গমনে;
ৰথৰ ওপৰে দেখি প্ৰেয়সীক
ক'লে গদাপাণি করুণ বচনেঃ—
"কিয় যোৱা, প্ৰিয়ে! দুৰ্ভগাক এৰি?
"তুমি যে গদাৰ পৰাণৰ ধন?
"মোকো লই যোৱা লগতে তোমাৰ,

"কিয় কবা আজি অকলে গমন ?
"ৰ'বা দেৱকন্যা ! ৰোৱাঁহে অলপ ,
"দুৰ্ভগাক লাগি এখন্তেক ৰোৱাঁ ;
"ৰ'বাছোঁ, অলপ, পৰাণৰ প্ৰিয়ে !
"কিয় আজি মোক এৰি থই যোৱা ?"
"কি কৰিম, নাথ !" কুঁৱৰীয়ে ক'লে
"দেৱকন্যা সৱে জানো কিবা ছলে,
"ভুলাই দাসীক তুলিলে ৰথত,
"আনিলে অকলে আকাশ মাজত ॥
"নামি যাব খোজোঁ, নোৱাৰো নামিব,
"লাহে লাহে ৰথ উঠিলে বহুত,
"কেউফালে চাঁও, নাই বাট-পথ
"ছঁয়া-ময়া মাথোঁ দেখিছো চকুত ॥"

৫

এনেতে এজনা দেৱকন্যাই
ধীৰে ধীৰে ক'লে গদালই চাই ঃ-
"নাকান্দিবা, ৰজা ! নোপোৱা ৰাণীক

"নোপোৱা মৰ্ত্ত্যত আৰু প্ৰিয়সীক ॥
"বৈকুণ্ঠ-ঈশ্বৰী জগতৰ আই,
"তেওঁৰ আজ্ঞাত ল'লোহি ৰাণীক,
"নাকান্দিবা, ৰজা ! নকৰিবা দুখ,
"নোপোৱা ইয়াত আৰু প্ৰিয়সীক ॥"
ধীৰে দেৱকন্যা ৰ'ল মনে মনে,
ৰথ খনি গই উঠিলে বহুত,
বিষাদ মনেৰে চাই আছে গদা
শোকে তাপে টুকি চকুলো চকুত ॥
ৰাণীয়েও, হায় ! স্বোৱামীক এৰি
কান্দিব' ধৰিলে বিষাদ মনত;
কয় দেৱকন্যা, "কিয় কান্দা, সতি ?
"কিয়নো চকুলো টুকিছা শোকত ?
"মহা পাপে ভৰা দুখৰ সংসাৰ
"তিয়াগি আহিলা, কান্দা, সতি ! কিয় ?
"ৰ'বাছো অলপ, পাবা অলপতে
"স্বৰ্গ সুখ ময়, সুখ স্বৰগীয় ॥

"চিৰ সুখ তাত চিৰ শান্তি আছে,
"অমৃতৰ নই বইছে সদাই,
"নাই তাত দুখ, নাই তাত শোক,
"তাত সংসাৰৰ সন্তাপে নাপায় ॥
"দয়াৰ সাগৰ গোলোক ঈশ্বৰ
"অনন্ত জ্যোতিৰে সদাই বিৰাজে,
"দাতিতে প্ৰভুৰ শোভে তাত, সতি !
"লক্ষ্মী সৰস্বতী মনোহৰ সাজে ॥
"কিয় কান্দা, সতি ? দেখি সেই ৰূপ
"গুছিব তোমাৰ হৃদয়ৰ হৃদয়ৰ দুখ;
"অনন্ত হেঁপাহ পূৰ্ণ হ'ব, সতি !
"কিয় কান্দা মিছা ? নকৰিবা শোক ॥
"স্বৰ্ণ সিংহাসন থইছে লক্ষ্মীয়ে
"নিজে বীণাপানী গাঁথিছে সঙ্গীত,
"স্ত্ৰীৰ আত্মদান" ! "জয় পতিব্ৰতা !!"
"বাজি "কচ্ছপীয়ে" কৰিব মোহিত ॥



৩

৬

"কিয় কান্দা, সতি! তুমি আহিছা স্বৰ্গত?
"সংসাৰৰ অত্যাচাৰ নাইকিয়া য'ত;
"য'ত নাই শোক তাপ, প্ৰাণৰ বেদনা,
"য'ত নাই বিষময় পাৰ্থিব লাঞ্ছনা॥
"কিয় কান্দা, সতি?————————
"নাই তাত ভিন পৰ সকলো সমান,
"নাই তাত শত্ৰু মিত্ৰ, অপূৰ্ব্ব বিধান;
"নাই তাত দ্বন্দ-হাই (বিহ হলাহল)
"নাই তাত কুলক্ষণ, ঘোৰ অমঙ্গল॥
"সিদেশত নাই মাটি, ফুলময় ঠাই,
"অমৃতৰ নই বলে পানী তাত নাই॥
"নাই তাত দিন ৰাতি, নাই অন্ধকাৰ,
"সদাই পোহৰ তাত স্বৰ্গীয় বিভাৰ।
"লাখে লাখে ফুলে তাত পাৰিজাত ফুল,
"গাঁথে মালা দেৱকন্যা গাঁথন অতুল॥
"কোকিলীৰ সুৰে স'তে সুৰটী মিলাই,

"মনোহৰ গীত গায় ফুলনী ভৰাই ॥
"নাকান্দিবা, সতি ! তুমি নকৰিবা শোক,
"প্ৰভুৰ চৰণ পালে যাব শোক দুখ ॥
"সমৰপি দিবা প্ৰাণ প্ৰভুৰ পাৰত,
"নোপোৱা কধিও আৰু সন্তাপ মনত ॥"

৭

এই বুলি ৰথ খেদিলে বেগাই,
পালে গই ৰথ স্বৰ্গৰ দুৱাৰ,
আপুনি লক্ষ্মীয়ে আহিলে ওলাই
মুছিলে ৰাণীৰ চকুলো দুখাৰ ॥

৮

সাদৰি লক্ষ্মীয়ে চাই বুলিলে ৰাণীক :—
"সংসাৰত ভুঞ্জি বহু যাতনা কেলেশ
"আহিছা স্বৰ্গত, আই ! নকৰিবা শোক,
"সুখৰ স্বৰগ এই সুখ ময় দেশ ॥
"আহা আই ! সুখে থাকা স্বৰ্গৰ মাজত
"সাবিত্ৰী, জানকী, শৈব্যা সতীৰ কাষত,

"আছে য'ত দময়ন্তী দ্ৰৌপদী সুখত
"আহাঁ, আই ! থাকাঁ সুখে তুমি সি থানত ॥

৯

"নন্দন বনৰ পৰা আনি পাৰিজাত ফুল
"গাঁথিছে সুন্দৰ মালা আজি বিজয়াই,
"অতি হাবিয়াস কৰি তোমাক পিন্ধাম বুলি
"আনিছে সি মালাধাৰি থালত ভৰাই ॥
"আহাঁ, আই ! নাকান্দিবা নকৰাঁ মনত দুখ,
"খোঁপাত পিন্ধাই দিওঁ, আহাঁ, মালাধাৰি ।
"বিষাদ ব্যাকুলা হই আৰু নকৰিবা শোক
"নুটুকিবা আৰু, আই ! চকুলো দুধাৰি ॥

১০

"বহু ক্লেশে বহু দুখে দুখ ভাগৰত
"পিয়াহ আতুৰা হই আহিছা বাটত,
"আহাঁ, আই ! কৰাঁ পান সুখেৰে অমৃত
"এৰি দিয়াঁ শোক, হোৱাঁ আনন্দিত চিত ॥
"পথশ্ৰমে, ৰ'দ তাপে ওলাইছে ঘাম;

"আহাঁ, আহি! দেৱকন্যা বিচিব তোমাক
"সুন্দৰ চামৰে স'তে মুছিব সাদৰে
"তোমাৰ মুখৰ এই ঘামৰ টোপাক॥"

১১

অন্তহ'ল কমলাৰ কথা মধুময়,
আকউ চলিলে ৰথ ঘৰ-ঘৰ-কই;
ঘৰ্ ঘৰ্ ঘৰ্ কৰি বাজিলে চকৰি
শুনি সি শবদ গদা উঠিলে চিয়ঁৰি॥
সাৰ পালে গদাপাণি লুকালে সপোন,
চকু মেলি চাই দেখে ৰাতিটো পুৱালে;
সপোনৰ কথা ভাবি হই বিয়াকুল,
নামচা পৰ্ব্বত এৰি আকউ ওলালে॥



# একাদশ সৰ্গ ।

"———Weep not for her, in her spring time she flew
To that land where the wings of the soul are unfurl'd
And now like a star beyond evening's cold dew
Looks radiantly down on the tears of this world."

———————————Moore.

সপোনৰ কথা ভাবি হই অতি বিয়াকুল
লাহে লাহে আহি গদা পালেহি পাছত
তেজেৰে ধাঙ্গলী দেহা দুখুনী ৰাণীৰ, হায় !
পৰি আছে য'ত সেই অৰণ্য মাজত ॥
দেখিলে স্বপ্নৰ কথা তালে তিলে ফলিয়ালে
সঁচাকৈয়ে কুঁৱৰীৰ প্ৰাণ আৰু নাই !
সঁচাকৈয়ে জগতত ৰাণী আৰু নাইকিয়া,
সঁচাকৈয়ে গ'ল ৰাণী স্বামীক পেলাই ॥

*        *        *        *

*        *        *        *

কুঁৰবীৰ মৰাশটী আকোৱালি লই গদা
দাৰুণ শোকত আজি কান্দিব' ধৰিলে
হিয়া মুৰ ভুকুৰাই বনৰ মাজত, হায় !
নির্জ্জন অৰণ্য আজি কান্দোনে ভৰিলে ॥

২

"কেনি গ'লা, প্ৰিয়ে ! তুমি এৰি থই মোক ?
"তোমাৰ বিহনে, হায় ! জগত শ্মশান প্ৰায় ;
"তোমাৰ বিহনে মোৰ সকলো এন্ধাৰ !
"তোমাৰ বিহনে শূন্য হৃদয় গদাৰ ॥

৩

গা তোলা গা তোলা, প্ৰিয়ে ! আৰু নাথাকিবা শুই ;
"উঠিবৰ সময় হইছে ;
"গছৰ ডালত কৰে চৰায়ে কোঢ়াল, প্ৰিয়ে !
"চোৰা বেলি ওলাব খুজিছে ॥
"আগৈয়ে দেখোন, প্ৰিয়ে ! উঠা তুমি ৰাতিতেই,
"কিয় আজি বিপৰীত ভাব ?
"কিয় হ'লা এলেহুৱা ? অত বেলি শুই আছা ?

"প্ৰিয়ে! এই বৰ কুস্বভাৱ!!

৪

"নে——————————

"মোৰ ওপৰতে কৰি আজি অভিমান,
"শুই আছা অত বেলি মমতা নোবোলা হই?
"মই কান্দো, তুমি কিন্তু নাকান্দা, পৰাণ?
"শিলেৰে বন্ধোৱা নেকি হৃদয় তোমাৰ?
"কোমলে তলৰ ঠাই চকুৰ পানীত মোৰ,
"কোমলালে মাটি মোৰ চকুলো ধুধাৰ॥
"হৃদয় তোমাৰ কিন্তু কোমল নহ'ল?
"মোৰ কান্দোনতো তুমি নাকান্দা অলপো, প্ৰিয়ে?
"নোকোৱা এটাও কথা? তুমি কি অচল?

৫

"কাৰউ কৰিছো, প্ৰিয়ে! নকৰিবা অভিমান,
"মুশুনি তোমাৰ মাত ঘনে মোৰ জ্বলে প্ৰাণ॥
"নালাগে, নোপোৱাঁ আৰু দুৰ্ভগা গদাক লাগি
"ভুঞ্জিব যাতনা, প্ৰিয়ে! উঠাঁ অভিমান ত্যাগি॥

"নকৰিবা বুলি আৰু, প্ৰিয়ে ! কথা কোৱাঁ মোক,
"এৰি দিয়াঁ অন্তৰৰ আজি সকলোটী দুখ ॥
"তোমাক নমতা দেখি জ্বলিছে মোৰ পৰাণ
"কোৱাঁ এটী কথা মোক, এৰাঁ, প্ৰিয়ে ! অভিমান ॥

৬

"উস্ !
উঠাঁ উঠাঁ, বোলো কাক ? কাক মাতোঁ 'প্ৰিয়ে !' বুলি ?
"নাই আৰু সেই প্ৰিয়া এই সংসাৰত !
"শত্ৰুৰ হাতত পৰি অশেষ যাতনা ভুঞ্জি,
"শোকে তাপে অকালত এৰিলে জগত ॥
"কপালৰে দোষে জানো শুঁহৰি কালতো, প্ৰিয়ে !
"নেদেখিলা সুখ-শান্তি আজন্ম দুখিনী !
"নামত কুঁৱৰী হ'লা ৰাজ—ভোগ নেদেখিলা,
"দুৰ্ভগা স্বামীত লাগি অৰণ্য বাসিনী ॥

৭

"কাক মাতোঁ প্ৰিয়ে, বুলি ? প্ৰিয়তমা গুছি গ'ল
"একেবাৰে মোক এৰি থই !

"ইজন্মত আৰু মই নেদেখোঁ সিমুখ, হায় !
"উস্ ! প্ৰিয়ে !—জীৱন নৰয় ॥
"প্ৰাণেশ্বৰি ! প্ৰিয়তমা ! গ'লানো কলই তুমি !
"আছিলা যে ওচৰতে মোৰ ?
"কিনো তুমি দোষ পালা ? কিয়নো এৰিলা মোক
"কিয় দিলা শোক দোৰঘোৰ ?
"প্ৰিয়ে ! চকুমেলি চোৱাঁ, কিয় মোক এৰি যোৱাঁ
"নিয়াঁ, প্ৰিয়ে ! লগতে তোমাৰ !
"যাক, প্ৰিয়ে ! নেদেখিলে দুৰ্ভগাৰ প্ৰাণ জ্বলে,
"ভালনে অকলে যোৱা তাৰ ?

৮

"সাদৰী শাহুৰ মোৰ একেটী জীয়াৰী তুমি,
"দীনদুখুনীৰ তুমি একেটী ৰতন;
"তোমাৰ মৃত্যুৰ কথা শুনিলে মাৰাই আজি,
"আৰু, হায় ! কি আশাত ধৰিব জীৱন ?
"অকালন কালতেই পিতৃহীনা তুমি, প্ৰিয়ে !—
"বুকত সাবটি বৰ কৰিলে মাৰাই

"কতদুখে কতকষ্টে; আজিনেকি তুমি, হায় !
"যোৱা এৰি অকলেই মাৰাক কন্দাই ?

৯

"মই, প্ৰিয়ে ! বহুদোষ কৰিলো তোমাক,
"সি দোষতে বাক্ষ তুমি এৰি গ'লা মোক ;
"কি দোষ কৰিলে লায়ে (১) নজনা লেচায়ে (২)
"নিৰদয়া হই তুমি কিয় দিলা শোক ?
"আপুতৰ পুত লাই লেচাই তোমাৰ
"কি দোষত গ'লা এৰি ? পালা কি জগৰ" ?
"আইতা আইতা !" বুলি যদি কান্দে লাই,
"কিৰূপে ৰাখিম মই তাক নিচুকাই ?
"উঠা, প্ৰিয়ে ! এৰি দিয়া দুখ অভিমান,
"কৰিলো বহুত দোষ, ক্ষমা কৰা মোক
"জুৰিছে ইমানে মোক, কৰিছো মিনতি

(১) লাই (২) লেচাই, এই দুইটি জয়মতী কুঁৱৰীৰ ল'ৰা । গদাধৰ সিংহৰ পাছত লাই কোঁৱৰে ৰুদ্ৰসিংহ নাম লই আহোম সিংহাসনত ৰজা হয়, লেচাই নামৰূপীয়া ৰজা হয় ।

"নিদিবা গদাক আৰু হৃদয়ত শোক ॥"

১০

এই বুলি গদাপাণি মৰাশ কোলাত লই
বিমূৰ্চ্ছিত হই শোকে পৰিলে মাটিত।
গদাৰ কান্দোন শুনি থাকিব নোৱাৰি, যেন
বনদেবী অৰণ্যৰ হ'ল উপস্থিত ॥
গদাৰ শোকত যেন নিজেও ব্যাকুল হই,
বুলিব ধৰিলে দেবী সাদৰে গদাক :—
"নাকান্দিবা তুমি, ৰজা ! কি হ'ব কান্দিলে আৰু
"এই জনমত তুমি নোপোৱা প্ৰিয়াক ॥

১১

"নাকান্দিবা তুমি, সোণ ! ৰাণীৰ কাৰণে,
"ৰাণী আৰু নাই জগতত !
"বৈকুণ্ঠ ঈশ্বৰী আৰু প্ৰভুয়ে সইতে
"সুখে তেওঁ আছে গোলোকত ॥
"চন্দ্ৰ সূৰ্য্য থাকে মানে ৰাখিলে কুঁৱৰী
"অতুলন কীৰ্ত্তি সংসাৰত !

"নাকান্দিবা তুমি, সোণ! কাৰণে তেওঁৰ,
"কান্দোক সবেহ জগত॥

১২

"কান্দোক অনন্তকালে বাণীৰ কাৰণে,
"অনন্ত জগতে, হায়! চকুলো টোকক!
"নাকান্দিবা তুমি কিন্তু তেওঁৰ মৃত্যুত,
"কান্দোক ত্ৰিলোকে, দিয়া কান্দিব লোকক॥

১৩

"দুখুনী আসাম-বুকে যি ছবি আঁকিলে তেওঁ,
"জন্মেও আসামেনেকি পাৰিব মুছিব?
"যি মধুৰ ছবি আঁকা থাকি গ'ল হৃদয়ত
"আসাম বাসীয়ে নেকি পাৰিব ভুলিব?
"কান্দিব অনন্তকাল দুখুনী আসামে, সোণ!
"আসাম বাসীয়ে, হায়! কান্দিব শোকত,
"নাকান্দিবা তুমি কিন্তু মুটুকিবা চকুপানী,
"কান্দোক অনন্তকালে বাণীৰ দুখত॥

১৪

"উঠা, সোণ ! এবা শোক, দুখ অন্ত হ'ল,
"পুনু ৰজা হ'বা তুমি আঃহোম ৰাজ্যত,
"ভাগ্যলক্ষ্মী সুপ্রসন্না আকউ তোমাৰ,
"নোপোৱা ৰাণীক মুঠে এই জনমত ॥
"নাকান্দিবা, সোণ ! ৰাণী আছে স্বৰগত
"নোৱাৰে আহিব তেওঁ তোমাৰ কাষত ॥
"আছে স্বৰগত তেও শুশুনে কান্দোন,
"নাকান্দা মিছাতে শোক এৰি দিয়া, সোণ !
"য'ত নাই অন্ধকাৰ, নাই শোক দুখ,
"য'ত পাপ তাপ, কালৰ আৰাও,
"য'ত নাই মানুহৰ শোকাকুল মুখ,
"আশাৰ প্রতিমা সুলুকায় কেতিয়াও,
"সুধাৰ ঝৰণা য'ত বয় নিৰন্তৰ,
"আনন্দৰ বায়ু য'ত বলিছে সদাই,
"পদুমৰ গোন্ধে য'ত প্রফুল্ল অন্তৰ,
"সি দেশ ৰাণীৰ সোণ ! বাস কৰা ঠাই ॥

১৫

"পোহৰায় সূৰ্য্যে তাত নিদিয়ে উত্তাপ,
"সদাই পোহৰ, নাই অন্ধকাৰ তাত;
"সুগন্ধেৰে ভৰা নিতে বলিছে বতাহ,
"ৰাঙ্গলী বিজুলী আছে, নাই বজ্ৰপাত ॥
"কান্দিব নালাগে তাত মায়াৰ বশত,
"ৰোগ শোক নাই তাত, নাই চিন্তা-দুখ,
"ক্ষুধা তৃষ্ণা নাই তাত, নাই টোপনিও,
"ভুগিব নালাগে তাত বান্ধৱৰ শোক ॥
"দেখিবলৈ নাই তাত খিয়লা-খিয়ললি,
"পবিত্ৰ সুখেৰে ভৰা স্বৰগৰ মিল,
"নহয় সি ঠাই ঢকা মায়াৰ জালেৰে,
"বিষয়ৰ সূৰ্য্যে তাত নদহে শৰীল ॥
"মই বৰ তুমি সৰু নাই এনে ভাৱ,
"ধনী দুখীয়াৰ তাত নাই একো ভিন,
"পাপী মাথোঁ সিঠাইত নোৱাৰে সোমাব,
"ধনী মানী দীন দুখী সকলো অচিন ॥

“মই ৰজা তই প্ৰজা তুই পৰাধীন
“মই মহাধনী, তই খুদমগনীয়া,
“স্বৰগৰ তৰামই, তই তোপাখহু,
“এনেকুৱা পাপ কথা জাত নাইকিয়া ॥
“ভায়ে-ভায়ে সি ঠাইত নাই দ্বন্দ্ব হাই,
“তিকতাৰ কথা শুনি নোহে ঠাই-ঠাই ।
“ভায়ে-ভায়ে সি দেশত লগা গলে-নলে,
“বিলগে এঘৰ তাত নহয় অকলে ॥
“প্ৰণয়িনী হেকৱাই নাকান্দে প্ৰেমীক
“সিঠাইত গই, থাকে হই হৰষিত :—
“নাই তাত প্ৰণয়ৰ বিৰহ বিচ্ছেদ,
“নকান্দে বিনাই তাত বিৰহীৰ চিত ॥

১৬

ডাইনী চকৰি ফেটী নহয় সতিনী
সিদেশত, ঈৰ্ষ্যানলে নদহে পৰাণ
সতিনীৰ; যেন দুটি আপোন ভনিটী
( সহোদৰা আপোনাৰ ) যেন-একে-প্ৰাণ ॥

সেয়েতো স্বৰগ,—তাঁত নহয় সমান,
মাহী-আয়ে খেৰ-জুয়ে,—তাত মাহী আই
মূৰ্ত্তিমতী যেন স্নেহ, স্নেহৰ নিজৰা,
সপত্নী—সন্তান বুলি পৰভাব নাই ॥
পৰভাব নাই তাত, দ্বেষ ভাব নাই,
নাই তাত মাউৰাৰ বিষণ্ণতা—চিন,
মাতৃৰ অভাব-দুখ নাপায় মাউৰী,
মাউৰা নহয় যেন তাত মাতৃহীন ॥

১৭

"অতি সুখে আছে ৰাণী তাত———
"ৰাণীৰ কাৰণে, সোণ ! নাকান্দা অলপো,———
"সদাই থাকিবা চাই সি দেশৰ ফালে,—
"আকউ তোমাৰ হ'ব তেঁৱে স'তে দেখা
"জীৱনৰ সন্ধ্যা বেলা বেলি মাৰ গ'লে ॥"
যেন ————————————
এই বুলি অন্তৰ্দ্ধাণ হ'ল বনদেবী;—
শোকে তাপে গদা জৰ্জ্জৰিত হই



ম্ব

তিক্ততাৰ আস্বাদান কাব্য।

শ্মশানৰ ফালে খোজ ল'লে ধীৰে ধীৰে
কুঁৱৰীৰ মৰাশটী আঁকোৱালি লই ॥





# দ্বাদশ সৰ্গ।

"———No flattery, hate, or envy lodgeth here
There no suspicion walled in proved steel,
* * * * *
Pride is not there, no tyrant there we feel."
———————————Fletcher.

নিৰ্জ্জন শ্মশান-মাজে কিয় বাজ আজি তই
হৃদয়ত নিৰাশাৰ বীণ ?
কেনেবা-কেনেবা মন কিয়নো হুইছ তই
দেখি এই শ্মশান গহীন ?

২

ভয়-ভয়-ভয় কৰি কিয় হুহকিছু পাছ ?
আছে কিনো শ্মশানত ? কিয় কৰ ভয় ?
নোহেতো শ্মশান এই ঠাই অতি ভয়ঙ্কৰ ?
নাই একো, কিয় মিছা শঙ্কা কৰ তই ?
নাজান নিৰ্ব্বোধ ! তই এগুৰা শ্মশান ভূমি

মহাযোগী ত্রিশূলীৰ অতি প্রিয় থান ?
প্রকৃতিৰ লীলাভূমি তিয়াগি কৈলাশ গিৰি
এই শ্মশানত আহি কৰেহি বিশ্রাম ?
নাজান, নির্বোধ ! তই এইতো শ্মশান সেই
দুর্ভগীয়া থ'লে য'ত চিৰ কাললই,
প্রাণাধিকা প্রিয় পত্নী (কৰ্ম্ম-ক্ষেত্রে অর্দ্ধাঙ্গিনী)
প্রাণৰ প্রতিমা খনি ঘৰ স্থদা-কই ?
পৰাণতো বেচি প্রিয় যি আছিলে জীৱনত,
থ'লে আনি সি প্রতিমা এই শ্মশানত :—
নিৰানন্দ মনে যেনে বিজয়া দশমী-দিনা
স্বৰ্ণময়ী দেবী-মূৰ্ত্তি নইৰ গৰ্ভত ॥

৬

শ্মশান সোমালে, ৰাজে মানস-পটত
মানৱৰ মৃত্যু-ছবি, সি বুলি কি, মন !
ভয় পাৰ, ভয়াতুৰ ? হিতেশে যে আক
নকৰে মৃত্যুৰ ভয় ! মৃত্যু কি ভীষণ ?
মৃত্যু নেকি ভয়ঙ্কৰ ? মৃত্যুৰ কোলাত

নাই কি মধুৰ শান্তি ? নোহে কি মৰণ
অনন্ত শান্তিৰ দ্বাৰ ? দ্বাৰ ত্ৰিদিবৰ ?
নোহে কি মৰণ, মন ! যাৰ করুণাত
সংসাৰৰ দুখশোক হয় অৱসান
মানৱৰ ! হৃদয়ৰ অশান্তি দাৰুণ
শান্তি ৰূপে পৰিণত হয় অন্তিমত ?
অশান্তিৰ সংসাৰত হই জ্বলাকলা
সন্তপ্ত মানৱে মাথোঁ সাবতি মৰণ
পায় শান্তি স্বৰগৰ, সুধাৰ ঝৰণা
পিয়াহ আকুল নৰে মৰ জগতত ॥
মৰণ নহয় মাথোঁ মৃত্যুৰ কাৰণ
মানৱৰ; ই মৰণ শোকতাপহাৰী,
স্বৰগৰ দূত ইটো, তাপিত প্ৰাণক
স্বৰগত কৰে শাঁত অশান্তি নিবাৰি ॥
এয়েতো মৰণ যাৰ কোমল কোলাত
কত দুৰ্ভগাৰ কত পুত্ৰ আদৰৰ
কত পত্নী প্ৰিয়তমা প্ৰাণৰ প্ৰিয়সী

হতভাগ্য শ্বোৰানীৰ ( দুৰ্ভগাৰ দৰে )
কৰিছে শয়ন, মন ! চিৰ কাললৈই
এই সংসাৰত ! আহা ! ভাগ্যশালী জীৱ !
কত পূণ্যবলে জানো পূৰ্ব্ব জনমৰ
সি সকলে পালে, মন ! মৰণৰ কোলা—
সুকোমল শান্তি ভৰা,—নউ হওঁতেই
হাৰাশাস্তি, জ্বলাকলা বহু পৰিমাণে
সংসাৰত, সংসাৰৰ পাই শোক তাপ ॥
প্ৰিয়জন, প্ৰিয়পুত্ৰ, প্ৰাণ—প্ৰিয়তমা
ত্যজিলে সংসাৰ, পাছে, সি সবে সইতে
কাৰ কৰুণাত, মন ! হয় স্বৰগত
পুনৰ মিলন ? কোনে বিৰহ—অগনি
জুমাই, হিয়াৰ ঢালে সুশীতল পানী
মানৱক অন্তিমত ? এয়েতো মৰণ,
শান্তিদাতা, তাপহাৰী, শান্তি-নিকেতন ॥
মৰণ নহয় মৃত্যু, নহয় শমন,
যমৰ ভীষণ মূৰ্ত্তি নহয় মৰণ;

মৰণ স্বৰ্গৰ দূত, শান্তিৰ আধাৰ,
( সংসাৰৰ সুশীতল শান্তি—পাৰাবাৰ ) ॥

৪

ত্ৰিদিবতো-প্ৰিয় যাৰ জ্বলান্ত নৰক,
মহাপাপে ভৰা যাৰ পপীয়া অন্তৰঃ-
পবিত্ৰ শ্মশান-মাজে, নিৰবোধ মন !
তেন্তুৱা পাপীয়ে পায় ভয় ভয়ঙ্কৰ ॥
কিয়, মন ! কৰ ভয় ? চঞ্চল হৃদয় !
কিয় তই ঘনে ঘনে কঁপিছ ভয়ত ?
পবিত্ৰ শ্মশান ভূমি চিৰশান্তি ভৰা,
অনন্ত সুখৰ ঠাই জগত—মাজত ॥

৫

শুনিছোঁ হওতে, মন ! মেঘৰ সিপাৰে
স্বৰ্গ নামে আছে এক শান্তিময় ঠাই ;
আছে সঁচা, কিন্তু, হায় ! যদিওবা আছেঃ-
মানুহে নেদেখে তাক থাকোতে জীয়াই ॥
আছেনে নাইনে স্বৰ্গ সিপাৰে মেঘৰ,

এইকথা য'ত ভাবোঁ এনে ভাব হয়ঃ-
আছে সঁচা স্বৰ্গ তাত মেঘৰ সিপাৰে;
মেঘৰ সিপাৰ, হায় ! নোহে শূন্য ময় ।
আছে সঁচা স্বৰ্গ তাত-স্বৰ্গৰ দুৱাৰ,
মেঘৰ সিপাৰে স্বৰ্গ নহয় কল্পনা;
আছে সঁচা, কিন্তু, হায় ! নেদেখোঁ সিৰূপ
সেই ৰূপ মনোহৰ, আমি দিন কণা !!
এতিয়া নেভাবোঁ, মন ! সি স্বৰ্গৰ কথাঃ-
ভাবিলে সিকথা, হায় ! চকুলো সৰিব,
নাইকিয়া একো লাভ সেই কথা ভাবি,
পৰিতাপ কৰি মাথোঁ কান্দিব লাগিব ॥

৬

নালাগে নাভাবোঁ আৰু সি স্বৰ্গৰ কথা,
এতিয়া স্বৰ্গৰ কথা কি হ'ব ভাবিলে ?
মেঘৰ সিপাৰে, সঁচা স্বৰ্গ আছে তাত,
নাপায় মানুহে কিন্তু পৰাণ নেৰিলে ॥
জানো, মন ! শুনো সঁচা, এই জগতৰ

পুণ্যৱন্ত ধৰ্ম্মী জনে তিয়াগি জীৱন,
গই সেই স্বৰগত থাকে আনন্দত
চিৰশান্তি সম্ভোগত হই নিমগন ॥
সেই সুখ সেই কথা যত ভাবি চাওঁ,
অতি সুমধুৰ বুলি তত ভাব হয় ;
কবিৰ কল্পনা, হায় ! নহয় স্বৰগ,
মেঘৰ সিপাৰে স্বৰ্গ অতি সুখময় ॥
সি ঠাইত মাত্র সাধু সুখ ভোগ কৰে,
মাথোঁ পুণ্যৱন্তে তাত সুখশান্তি পায় ;
পাপী মাত্রে সি ঠাইত নোৱাৰে সোমাব,
সেই স্বৰ্গ শান্তি ভৰা সেই সুখ ঠাই ॥
লাগে তেনেকুৱা স্বৰ্গ, লাগে সকলোকে,
চিৰ শান্তি ভৰা স্বৰ্গ লাগে যে আমাক,
কিন্তু কেনেকই পাম সুখৰ স্বৰগ,
যি স্বৰগে কৰে ঘৃণা পাপীৰ আত্মাক ?

৭

কৰিছ বা কত, মন, জনম অৱধি

কুকৰ্ম্ম জানোবা, হায় ! তোৰ জীৱনত,
দয়াময় ঈশ্বৰৰ নুশুনি বচন ?
জানোবা নোৱাৰ পাছে যাব স্বৰগত ?
সঁচাকৈয়ে বাৰু, মন ! কছোঁ তই মোক,
পাৰিবিনে যাব তই মৰাৰ পাছত
( পঞ্চভূতে পঞ্চভূত যৱে পাব লয় )
পিন্ধি দেৱ সাজ পাৰ সেই স্বৰগত ?
পাৰিবিনে লীন হ'ব প্ৰভুৰ পাৱত
তিয়াগি নশ্বৰ দেহা ? পাবিনে তেতিয়া
সি স্বৰগ ? কৰি ত্যাগ অনিত্য সংসাৰ
প্ৰাণবায়ু উৰি তোৰ যাবগৈ যেতিয়া ?
নিৰবোধ মন ? যদি তোৰ হৃদয়ত
আছেহে এনুৱা ভাব, এৰিদে এতিয়া,
নহ'লে, লাগিব তোক লাঞ্ছনা ভুগিব
সি কালত, যমদূতে ধৰিব যেতিয়া ॥

৮

কিন্তু, মন !

দীন দুখী মহাপাপী সবৰে দেহাক
যি সাদৰে লয় তুলি আপোন কোলাত ঃ—
পাপীৰো ক্লেশত যাৰ কান্দে প্ৰাণ মন ঃ—
সেয়েকি নহয় স্বৰ্গ ?—নাই শান্তি তাত ?
আৰু————————————————
পুণ্যবান মহাপাপী দুয়োৰে দেহাক
সমভাব কৰে যেয়ে, সেয়ে পূজনীয়
নোহে কি ? নবয় তাত চেনেহৰ ঠাই ?
মৰ্ত্ত্যত নোহেকি সেয়ে ক্ষেত্ৰ স্বৰগীয় ?
যদি হয়—————————
নকৰিবি ভয়; মন ! পবিত্ৰ শ্মশান
অনন্ত শান্তিৰ ঠাই, স্বৰ্গ পৃথিবীৰ,
কি পাপী কি পুণ্যবান সবে ভাগ পায়
অন্তিমত ই ঠাইত অমিয়া শান্তিৰ ॥
কি ৰজা কি প্ৰজা, কিম্বা ধনী বা দুখীয়া
মহাপাপী পুণ্যবান আহি শ্মশানত
নাইকিয়া একো ভিন, সবে সমভাবে

পায় শান্তি অ:ন্তিমত অন্তিম কালত ॥
এয়েতো শ্মশান সেই, দুৰ্ভগা হিতেশ !
জন্মদাতা পিতৃ তোৰ, জননী স্নেহৰ
চিৰ কাললই য'ত কৰিছে শয়ন,
অন্তিমত লভি শান্তি নৰ জীৱনৰ ॥
এয়েতো শ্মশান ভূমি, কোমল কোলাত
যাৰ, মহাসুখে আজি লভিছে বিৰাম
প্ৰাণৰ ভনিটি তোৰ, নুমলীয়া ভাই
ত্যজি অশাশ্বত দেহা, অনিত্য পৰাণ ॥
আদৰৰ ধন তোৰ স্নেহৰ জিতেন,
প্ৰাণাধিকা প্ৰিয় পত্নী জীৱন সঙ্গিনী
এই শ্মশানতে দুয়ো, অন্তিমত তোৰো
তয়ো আহি পাবি আতে (১) শান্তিৰ জিৰণি ॥

৯

কিয় কৰ ভয় তেনে, অভাগা হিতেশ ?
দীন দুখী বুলিতোক অনন্ত ঘৃণাত

---

আতে=ইয়াতে ।

নিদিয়েতো ঠেলি এই পবিত্র শ্মশানে ?
অন্তিম কালত ল'ব তোকোতো কোলাত ?
পবিত্র হিতেশ ! হায় ! তোৰোতো এদিন
প্ৰাণ-পখী যাব উৰি দেহা এৰি থই ?
সেই সময়ত তোকো এনে শ্মশানত
আহিবতো লাগিবই ? কিয় কৰ ভয় ?
তেন্তুৱা কালত তোক বন্ধুয়ে এৰিব,
এৰি যাব ভাই-ভায়ে বিষম খিণত,
তেন্তুৱা কালত তোক কোনে ল'ব কোলা ?
কোনেনো কৰিব স্নেহ সেই সময়ত ?
এয়ে সেই, হে হিতেশ ! পবিত্র শ্মশান,
যি ল'ব চপাই তোক অন্তিম কালত,
এয়ে সেই ভূমি, হায় ! অনন্ত শান্তিৰ
যি ল'ব কোলাত তোক অতি সাদৰত ॥
এইতো শ্মশান, হায় ! অন্তিমৰ তোৰ,
যি ঠাইত আহি তই পাবিহি আশ্রয়;
এইতো শ্মশান তোৰ পঞ্চভূতা দেহা

পঞ্চভূতে যি ঠাইত আহি পাব লয় ॥
"অন্তিম কালৰ ঘৰ" তোৰ ই শ্মশান;
এনুৱা শ্মশান দেখি কিয় কৰ ভয় ?
নাইতো শ্মশান মাজে ভয়ৰ কাৰণ ?
ভয়ঙ্কৰ ঠাই ইটো নোহেতো নহয় ?

১০

নকৰিবি ভয়, মন ! ৰবিছোঁ থিৰেৰে
ৰবিছোঁ অলপ, চাওঁ কোন সেই জন
মৰাশ কানত লই, এই মহা নিশা
আহে শ্মশানৰ ফালে, বিয়াকুল মন ?
স্বোৱামীৰ নিন্দা বোলে সহিব নোৱাৰি
সত্যযুগে প্ৰাণত্যাগ কৰিছিলে সতী;
সতী-দেহা তুলি লই আপোন কানত
ভ্ৰমি ফুৰিছিলে বোলে শিৱ সতী-পতি ?
এয়েকি ত্ৰিশূলী সেই ? এয়েনেকি শিৱ ?
এয়েকি সতীৰ পতি ? সতী-দেহা লই
আপোন কানত তুলি ভ্ৰমিছে শ্মশান

বিষাদ মনত, হায় ! বিয়াকুল হই ?
নহয়, নহয়, এওঁ নহয় ত্ৰিশূলী ;
এওঁ লাঙ্গি গদাপাণি, দুখ বেজাৰত,
প্ৰিয়সীৰ মৃতদেহা আকোৱালি লই
বিয়াকুল প্ৰাণে সে'য়া আছে শ্মশানত ॥
লাহে লাহে আহি গদা পালেহি শ্মশান,
শ্মশান মাজত থ'লে দেহা প্ৰিয়সীৰ,
প্ৰিয়া মুখলই চাই, বিষাদ মনত,
কান্দিব' ধৰিলে গদা শোকত অধিৰ ॥

১১

"প্ৰিয়তমা ! লিখা আছে ভাগ্যত তোমাৰ,
"থাকাঁ কঙ্গালিনী-দৰে শ্মশান মাজত,
"আহোমৰ ৰাজ লক্ষ্মী, নাই আড়ম্বৰ
"তোমাৰ লগত আজি এই শ্মশানত ॥
"ঢুলীয়া গায়ন নাই তোমাৰ লগত,
"নাই দবা, কালি, পেঁপা, নাই কাঁহ, হায় !
"নাই আজি সিংহাসন, নাই তুলী-পাটী !

"কি কৰিবা ? অদৃষ্টত লিখা, প্ৰিয়ে ! নাই !!

---

"উস !<br>
"আদৰ্শ সতীটী তুমি আহোম কুলৰ,<br>
"আহোম বংশৰ তুমি উজ্জ্বল ৰতন !<br>
"দীন দৰিদ্ৰৰ দৰে থাকিবা ইয়াত<br>
"অকলে অকলে, প্ৰিয়ে ! হই অচেতন ?

---

"হায় !<br>
"কত বেটী কত বন্দী আহিলে হেঁতেন<br>
"তোমাৰ দেহাটী লই কেকোৰা দোলাত<br>
"কত সমাৰোহে; কৰি কত আড়ম্বৰ<br>
"তোমাক সঁপিলে হয় শ্মশান কোলাত ॥<br>
উৰি-আম কাঠেৰে-সজা সুন্দৰ পেৰাটী (১)<br>
কোলাত তোমাক লই পালে হয় শোভা;

(১) আগৰ কালত আহোম সকলে মৰা থৰি নিদি, কাঠৰ দীঘলীয়া পেৰা (Coffin) এটাত সুমাই পুতি থয়, আৰু তাৰ ওপৰত মৈদাম বান্ধে। পেৰাটী উৰি আম কাঠৰ তক্তাৰে সাজে, সেই বুলিহে আজি কালিও আহোম সকলে তেওঁ লোকৰ ঘৰত উৰি আম কাঠৰ খুটা নলগায় ।

ধাৰে ধাৰে কত ফুল দিলে হয় তাত
জুতি মালাতীৰ চাকি এৰাঁ-সূতা গাঁথা ॥
“বন্ধালো হেঁতেন মই ওথ মইদাম’
“জিলিকি থাকিলে হয় অসম-ভূমিত,
“দিলে হয় পৰিচয় দিগ দিগন্তত
“তোমাৰ কীৰ্ত্তিৰ, প্ৰিয়ে ! হই গৌৰবিত ॥

---

“উস !
“নাই, প্ৰিয়ে ! তেনে কাল, নাই সিসময়
“তেনুৱা ক্ষমতা মোৰ নাইকিয়া আজি !
“তোমাৰ কীৰ্ত্তিৰ চিন কি কৰি ৰাখিম ?
“কি কৰি তোমাক থ’ম “মইদাম” সাজি ?
“আছিলে ভাগ্যত লিখা এনুৱা তোমাৰ !
“থাকা দুখুনীৰ দৰে অকলে ইয়াত !! ”
এই বুলি গদাপাণি শোকে কান্দি কান্দি
গাঁত এটী খানি, থ’লে প্ৰিয়সীক তাত ॥
প্ৰিয়সীক থই, হায় ! শ্মশান মাজত,
দুখে শোকে কান্দি তেওঁ এৰিলে শ্মশান

পৰ্ব্বতৰ ফালে পুনু গ'ল কান্দি কান্দি
ইনাই বিনাই গদা বিয়াকুল প্ৰাণ !!

*  *  *  *
*  *  *  *

১২

ৰোৱা, গদা ! যোৱাঁ, ৰজা ! যোৱাঁ, সৰ্গদেও
নোহোৱা কেৱল তুমি এই শ্মশানত আনি
থইছা প্ৰাণ-প্ৰতিমা, দেখিছা এন্ধাৰ !
তোমাৰ নিচিনা, ৰজা ! আছে আৰু দুৰ্ভগীয়া
প্ৰেমময়ী প্ৰিয়তমা শ্মশাণত তাৰ !!
আমিও তোমাৰ দৰে জীৱনৰ প্ৰাৰম্ভতে
পৰাণৰ প্ৰিয়সখী থ'লো শ্মশানত !
হেৰুৱাই অৰ্দ্ধাঙ্গিনী— ( প্ৰাণাধিকা প্ৰিয় পত্নী )
দেখিছোঁ এন্ধাৰ আজি সংসাৰ-মাজত !!
আমাৰো তোমাৰ দৰে আজি, ৰজা ! শূন্যঘৰ,
শান্তিময়ী প্ৰিয়া বিনে শান্তি নাইকিয়া !
ভাই বন্ধু পুত্ৰ কন্যা যদিও সকলো আছে,

সংসাৰত আজি যেন অকলসৰীয়া !!

মহাৰাজ ! সৰ্গদেও !

আজুৰা দুটী কোঁৱৰ সাবতি বুকুত

তুমি আজি যেনেকই ব্যাকুল শোকত

মলিন বিপিন আৰু হিৰণ কিৰণ

চাৰিটীক লই আমি তেনে সংসাৰত !!

ৰাণীৰ শোকত তুমি কান্দিছা বিনাই,

বিকল হিতেশ আজি পত্নী হেৰুৱাই !!

১৬

আৰু, প্ৰিয়ে ! প্ৰাণাধিকা !

হিতেশৰ জীৱন সঙ্গিনি !!

"ধৃতি ৰস্ত মিতা ৰতিশ্চ্যুত্যা বিৰতং গেয় মৃতু্যনিস্বৎসবঃ ।

"গতমাভৰণ প্ৰয়োজনং পৰিশূন্যং শয়নীয় মদ্য মে ॥

"গৃহিনী সচিবঃ সখীমিথঃ প্ৰিয় শিষ্যা ললিতে কলা বিধৌ ।

করুণা বিমুখেন মৃত্যুনা হৰতা ত্বাং বদ কিং ন মে হৃতম্ ॥

"বিভবেপি সতি ত্বয়া বিনা সুখমেতাবদজস গন্যতাম ।

অহৃতস্য বিলোভনান্তৰৈৰ্মম সৰ্ব্বে বিষয়াস্তদা শ্ৰয়াঃ ॥

*　　*　　*　　*

*　　*　　*　　*

১৪

——আছিলে মনত আশা, অস্তিমত্ত, প্ৰাণাধিকা
চকু মুদিম বুলি তোমাৰ হাতত ।
কিন্তু বিধতাৰ বিধি কি কৰি বুজিম আজি ?
ভাঙ্গিলে সি সুখময় স্বপ্ন অকালত !!
যি ভাবিলে আগহ'ম সি থাকিল পৰি পাছ,
ভবা কথা সকলোটি গ'ল দূৰলই !
স্বপ্নৰো অগম্য যিটো ফলিলে ভাগ্যত আজি !
আঁতৰিলা, প্ৰাণ প্ৰিয়া ! হিয়া শূন্য কই !!
দি গইছা সঁচা, প্ৰিয়ে ! দুটি পুত্ৰ দুটি কন্যা,
তুমি কিন্তু নাই বুলি হিতেশ শ্ৰীহীন !
অসাৰ সংসাৰ যেন ঘোৰ অন্ধকাৰে ভৰা,
বালুময় মৰুভূমি জন প্ৰাণী হীন !!

১৫

ইচ্ছাময় জগদীশ !!

অসাৰ ই সংসাৰত এই ঘোৰ অন্ধাৰত
কান্দি যে উঠিছে মোৰ দুৰ্ব্বল পৰাণ !
বিবেকৰ ৰূপ ধৰি শান্তি দিয়া হৃদয়ত,
অন্তৰত দিয়াঁ, বোধ মানৱ অজ্ঞান !!

"কা তব কান্তা কস্তে পুত্ৰঃ ।
"সংসাৰোঽয় মতীব বিচিত্ৰঃ ॥
"কস্ত ত্বং বা কুতঃ আয়াতঃ ।
"তত্ত্বং চিন্তয় তদিদং ভ্ৰাতঃ" ॥

দিয়াঁ তত্ত্ব-জ্ঞান-বল, নতু, আজি যাওঁ তল !
এই শোক-সাগৰত কৰাঁ,-প্ৰভু ত্ৰাণ !—
দয়াময় !—পূৰ্ণ হ'ক তযু মনস্কাম ॥

"হৰিণাপি হৰেণাপি ব্ৰহ্মনাপি সুৰৈৰপি ।
"ললাটে লিখিতা ৰেখা ন শক্যাঃ পৰিমাৰ্জ্জিতুম" ॥

১৬

এয়েই গোহাৰি মাথোঁ তযু চৰণত
হে প্ৰভু কৰুণাময় ! দিয়া আশীৰ্ব্বাদ,
নলিন বিপিন মোৰ হোক বিদ্যাবান,
কীৰ্ত্তিমান; পতিব্ৰতা হিৰণ কিৰণ

( দুগ্ধপোষ্যা কন্যা দুটী ) কীৰ্ত্তিমান পতি
হোক লাভ জীৱনত, দীৰ্ঘায়ু জীৱন,
শত বৰ্ষ পৰমায়ু ! এই দগ্ধ হিয়া
দেখি তাক হোক শাঁত জীৱনৰ বাকী
ই দাসৰ, দয়াময় ! হোক আসামৰ
ঘৰে ঘৰে শত জন্ম শত জয়মতী ।
নিস্বাৰ্থ প্ৰেমৰ চিত্ৰ হোক বিৰাজিত
পতিব্ৰতা সতী স্ত্ৰীৰ আসাম ভূমিত ॥

১৭

আজ

জীৱনৰ বাকী যেন যাব ইদাসৰ
বীণাপাণি ভাৰতীৰ শ্ৰী—পদ—তলত,
দয়াময় ! দয়া কৰি দিবা যেন ঠাই
চৰণৰ এপ্ৰান্তত ; দীনদুখী বুলি
নেথেলিবা যেন, নাথ ! অগতিৰ গতি !
ই দাসক । যদিওবা নাজানে ভজনা,
পুজিব' চৰণ তযু, কৰিবা কৰুণা,

কৃপাময় ! দেখুৱাবা, দেখালা যি ৰূপে
সাদৰীকে গোলাপীকে কমতাপুৰত,
বিৰহিনী বিৰহৰ জ্বলা অগনিত
পুৰি-দেহ-ছাই-হোৱা, অৰণ্য-মাজত
জয়মতী মহাসতী, পতি-গত-প্ৰানা
পতিব্ৰতা স্বামী স'তে; দুৰ্ভাগী মালিতা
কোচানত, ভেনিচৰ ডেচ্‌দিমোনা সতী
আৰু মুৰ ওথেল্লোক, যেন জীৱনত
পিয়ালীকে মুমলীকে পিজৌউ জম্মীকে
অভয়ক আৰু সেই বৰফুকনক (১)
ৰাজকন্যা তুলশীকো * যাৰ কুচক্ৰত

---

(১) বদনচন্দ্ৰ বৰফুকন, এওঁক মাম অনা বৰফুকনো বোলে। এওঁৰ ৪টি পুতেক, জম্মী, পিয়লী, মুমলী আৰু অভয়; পিজৌ গাভৰু জীয়েক, এওঁক পূৰ্ণানন্দ বুঢ়াগোহাঞীৰ পুতেক ঢেকিয়াল ফুকনলৈ বিয়া কৰাইছিল ।

* তুলশী আইদেও, এওঁ গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ জীয়েক। এওঁ ভলে ২ চিঠি চলাই বৰফুকনলৈ আহিব খুজিছিল, কিন্তু কোনো কাৰণ বশত বৰফুকন আনিবলৈ সন্মত নহ'ল।

ভিক্ষুতাৰ আত্মদান কাব্য ।

আসামত অকালত লাগিল সন্ধীয়া
আহোমৰ জীৱনৰ; স্বাধীনতা বেলি
মাৰ গ'ল ডুপৰতে চিৰকাললই,
দেখুৱাবা যেন, নাথ ! হে করুণাময় !
সি সবকো··া গাব কবি, ভগ্নপ্ৰাণো যদি,
যদিওবা ভগ্নোৎসাহ, যদিওবা তাৰ
নাই আৰু সেই সুখ শান্তি হৃদয়ত,
অন্তৰ্হিত যদিওবা সুখ জীৱনৰ
তাৰ, নাথ ! কৰা কৃপা, বাগ্দেবী-পাৱত,
পুজি ভাৰতীৰ পদ, যেন শান্তি পায়
জীৱনত একণিকা; ডুৰাকাঙ্ক্ষা তাৰ
"আহোম-জীৱন সন্ধ্যা" গাব এই সুৰে
গাঁথি নানা ছন্দে কাব্য, হে মঙ্গল ময় !
কৰা যেন পূৰ্ণ আশা । ক্ষুদ্ৰ জীৱনত
পূৰাইছা বহু আশা ( নোহে অকৃতজ্ঞ
হে প্ৰভু ! ই দীন কবি তয়ু চৰণত )
আছে আৰু বাকী বহু; পূৰাবাকি, নাথ !

সেই সবো জীৱনত ? দগ্ধ-প্ৰাণ কবি,
নিত্য দগ্ধ হিয়া তাৰ ! নিতে সৰে পানী
দুচকুৰ পৰা, নাথ ! কি দিব তোমাক
"কৃতজ্ঞতা ছিন্নু" বুলি ? হিয়া—থাপনাত,
অন্তৰত থাপি মূৰ্ত্তি তযু, প্ৰেমময় !
ভক্তিৰে অঞ্জলি দিব চকুলো দুধাৰি
তযু চৰণত, নাথ ! দুৰ্ভগা কবিৰ
সম্বল চকুলো মাথোঁ, চকুলো বিভূতি
হতভাগ্য জীৱনত । তোমাৰে সৃজিত
এটিপ্ৰাণী, যাৰে স'তে কি-এক মায়াৰে
( মায়াৰ দোলেৰে স'তে ) বান্ধিছিলা প্ৰভু !
একেলগে জীৱনত অচ্ছেদ্য বান্ধেৰে;
চিঙিলা সিবান্ধ, প্ৰভু ! ( নোহে, দয়াময় !—
অচ্ছেদ্য বন্ধন সিটো জীৱনে মৰণে !
কি সাধ্যে চিঙিবা তুমি ? ) আপোনাৰ ভাবি
নিলা, নাথ ! দিলা ঠাই চৰণ দাতিত
স্নেহ কৰি, দিবা যেন মোকো অন্তিমত



প

সেই শ্ৰীপদতে ঠাই নিজ দাস ভাবি ॥

"ময়া ন জ্ঞায়তে নাথ মাহাত্ম্যং পৰমং তব।
"নজানাতি পৰো ব্ৰহ্মা হৰিং বাচামগোচৰম্ ॥
ত্বমেব মাতা পিতা ত্বমেব ত্বমেব বন্ধুশ্চ সখা ত্বমেব।
ত্বমেব বিদ্যা দ্ৰবিনং ত্বমেব, ত্বমেব সৰ্ব্বং মম দেব দেব ॥





# উপসংহাৰ ।

কুঁৱৰী মৰাৰ পাছে ভ্ৰমি বহু গদাপাণি,
শেহত পলাই থাকে গাৰোনী (১) ঘৰত,
ডেৰ বছৰৰ প্ৰায় পাছত আকউ এক
হ'ল মহা হুলস্থুল আহোম ৰাজ্যত ॥
এইটি সুযোগ পাই বন্দৰ ফুকনে (২) চাই
গদাক বিচাৰি আনি দিলে ৰাজ-পাট ।
ভাগ্যলক্ষ্মী সুপ্ৰসন্না আকউ গদাৰ হ'ল,
ৰাজলক্ষ্মী বিৰাজিত আকউ গদাত ॥
পঞ্চদশ বৰ্ষ পুনু ৰাজ্য-সুখ কৰি ভোগ
সমৰ্পি আহোম-ৰাজ্য লাইৰ হাতত,
স্বৰ্গী হ'ল গদাপাণি ( গদাধৰ সিংহ ৰজা )
ইংৰাজী ষোলশ ছয়ান্নবই সনত (৩) ।

(১) গাৰোবনী তিৰুতাৰ ঘৰত ।
(২) বন্দৰ বৰ ফুকনে ।
(৩) ইংৰাজী ১৬৯৬ সনত ।

২

ৰুদ্ৰসিংহ নামলই পাটত উঠিলে লাই,
সতী আইতাৰ স্মৃতি যুগমীয়া কৰি
খনালে পুখুৰি এটি যি ঠাইতে মৰে সতী
নাম দিলে তাৰ মাতৃ-নাম অনুসৰি ॥
আজিও "জয়সাগৰে" ঘোষে কীৰ্ত্তি সতীত্বৰ
"তিক্তভাৰ আত্মদান" আজিও যে কয় ;
কিবা দেশী কি বিদেশী সকলোকে "জয়দ'লে'
ৰাণীৰ কীৰ্ত্তিৰ আজি দিয়ে পৰিচয় ॥

৩

কোনে কয়, কৰি তপ তাহানি কালত,
( সত্য ত্ৰেতা দ্বাপৰত ) তুষি দেৱতাক,
বৰ লই হইছিলে মানৱ অমৰ
ই মৰ্ত্তত ? যদিওবা সচা, হে পাঠক !
কলিযুগ নাই বৰ—দেৱ আশীৰ্ব্বাদ
"কীৰ্ত্তি যস্য স জীবতি" মাথোঁ জগতত ॥
বহুকাল হ'ল আজি, এৰিছে কুঁৱৰী

জয়মতী ( কুললক্ষ্মী আহোম কুলৰ )
ই মৰত ভূমি, ভুমি যোৱা দেখা গই
মূৰ্ত্তিমতী জয়মতী "জয়সাগৰত" ॥

( কাব্য সমাপ্ত )।



what is to be admired most is that even in the midst of multifarious business, you have been able to devote yourself to the cause of literature. I wish you will continue this taste for literature and hope that you will combine depth of thaught with easy flow.

Yours &c.

৪ । ডিব্ৰূগড়ৰ "Times of Assam." এ লিখিছে ঃ—

"This is a poetical work in Assamese, by Sreejut Hiteswar Bor Bortiah of Jorhat. Translated into English the title of the book means "Two Flowers Picked up from the Fallen Ones." The poems describe, firstly, the destruction of Komotapur, and secondly, the grief of a broken-hearted maiden.

Every Chapter is prefaced by appropriate quotations from English poets. We greatly appreciate the book for its language, which is decidedly Assamese,—its metrical construction & beautiful style. Such publications are, no doubt, an invaluable addition to the literature of the country.

We wish the author all success."

( **TIMES OF ASSAM**,---20th March 1913. )

৫। আসামৰ উজ্জ্বলৰত্ন আসাম লেজিচ্‌ লেটিভ্‌ কাউন্সিলৰ একমাত্ৰ আহোমৰ মেম্বৰ, সাহিত্য সেৱক ভোগী, খ্যাতনামা লেখক, অনাৰেবল্‌ শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা বি-এ, ডাঙৰীয়াৰ দ্বাৰা সম্পাদিত "উষাত" লিখিছে :---

"তলসৰা ফুলৰ ছুটি"। নতুন ধৰণৰ অসমীয়া কাব্য। সেই ছুটি ফুলৰ এটি "কমতা পুৰৰ ধ্বংস" আৰু ইটি "বিৰহিনীৰ বিলাপ"। শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱা ফুল দুপাহৰ বটোতা। এওঁৰে সৈতে আমাৰ এয়ে প্ৰথম সাক্ষাৎ। ইয়াৰ আগেয়ে এওঁ অসমীয়া সাহিত্য ক্ষেত্ৰ লৈ ওলোৱা আমি দেখা নাই। কিন্তু প্ৰথম সাক্ষাতত্তে আমি এওঁক নিচেই অপৰিচিত নাপালোঁ; বটকে অৰ্থশৃত জুহাদত গঢ়িহে কমাৰ শালতলৈ উলাইছে।

সি যি হওক, নিচেই ঘৰুৱা কথাৰেও যে অমিত্ৰাক্ষৰ ছন্দৰ টান ভাব অসমীয়াত ফুটাব পাৰি, প্ৰথম পাহে তাৰে প্ৰমাণ দিছে; আৰু অন্তৰৰ আবেগ ফুলাবলৈ যে অসমীয়া ঘৰুৱা কথা বৰ শুৱলা; ইপাহীত তাৰ চিনাকি পোৱা গৈছে। ফুল দুপাহী হাতত লৈ চাবলৈ আমি ৰাইজক অনুৰোধ কৰোঁ। বৰবৰুৱাদেৱে

অসমীয়া সাহিত্যৰ চৰাত এখন মাণী আসন পাব বুলি আমি আশা কৰোঁ।

উষা— ৫ ম ভাগ—৪র্থ সংখ্যা

৬। যোৰহাট বাৰৰ উকিল, "মেঘনাদ বধ" নাটক লিখোঁতা শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাই ( লেটেকুজান বাগিছাৰ পৰা ) লিখিছে ঃ— " * * * পঢ়ি বৰ সন্তোষ পালো। লেখা সৰল আৰু মধুৰ হৈছে। আজি কালি এনে বিধৰ বহুত কিতাপত ভাষা সম্পৰ্কীয় যিবিলাক দোষ দেখাযায়, তেনে দোষ ইয়াত অতি কম। মুঠতে এই শ্ৰেণীৰ অধিকাংশ লেখাতকৈ আপোনাৰ লেখা পঢ়ি ভাল লাগিল। * * * আপোনাৰ লেখা সৰল আৰু ভাব অতি মিহি লাগে। কিতাপ খনি পঢ়ি মই ভাল পাও। "তলসৰা ফুলৰ" আৰু যি দুটি এটি আপোনাৰ হাতত আছে। যেন তাৰো গোন্ধৰ পৰা আমাক সৰহ দিন বঞ্চিত কৰি নথয়। দুখৰ বিষয় এই বিলাক কিতাপ কিন্তু বৰ্ত্তমান আমাৰ দেশত কিনোতা নাই। সেই বাবে আপুনি নিৰুৎসাহ নহ'ব। এনে বিধৰ কিতাপ লিখোঁতাই দেশৰ উপকাৰৰ বাবেহে কিতাপ লিখিবলৈ আগ বাঢ়ে"।

৭। কলিকতাৰ পৰা প্ৰকাশ হোৱা, স্বনাম প্ৰসিদ্ধ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ "বাঁহীয়ে লিখিছে ঃ— "তলসৰা

ফুলৰ দুটি। * * * "কমতা পুৰ ধ্বংস কাব্য" এটি ফুল, আৰু "বিৰহিনী বিলাপ কাব্য" এটি ফুল। * * * (বিৰহিনী বিলাপ কাব্যৰ) 'ওপৰঞ্চিৰ ভিতৰুৱা— "ভাইটি" "ভনিটি" "প্ৰাণৰ জিতেন" আৰু "প্ৰিয়তমা" এই কেইটাৰ কবিতাৰ শোকৰ লোৱে আমাৰ চকুৰ লোও টানি নিছে। বাস্তবিকতে এই কেইতাই নতুন কবিৰ হৃদয়ৰ মৰ্ম্মস্পৰ্শী ভাব আৰু ভাষাৰ সুন্দৰ চিনাকী দিয়ে। * * * "কমতাপুৰ ধ্বংস কাব্য" এটি ঐতিহাসিক ঘটনালৈ অমিত্ৰাক্ষৰ চন্দত ৰচিত। এই কাব্য খনি পঢ়িও আমি সন্তোষ পাইছোঁ। * * * "

বাঁহী—৪ৰ্থ বছৰ—৬ষ্ঠ সংখ্যা।

৮। ডিব্ৰুগড়ৰ "আলোচনীয়ে লিখিছেঃ—

" * * * কিতাপ খন সুন্দৰ কৈ ছপোৱা; চিক্‌-মিকীয়া পকা বন্ধা, দেখলে হাতত তুলি নলৈ নোৱাৰি। * * * তল সৰা দুটি ফুলৰ এটৰ নাম "কমতাপুৰ ধ্বংস" আনটিৰ নাম "বিৰহিণী বিলাপ কাব্য"। আসামৰ সেনবংশীয় (খেনবংশীয়) শেষ ৰজা নীলাম্বৰে মন্ত্ৰীৰ পুতেকক গোপনে বধ কৰাই তেঁওৰমাংস ৰন্ধাই বাপেকক খুউৱাত বাপেকে প্ৰতিশোধ লবৰ ইচ্ছাৰে গঙ্গাস্নানলৈ যাওঁ বুলি গৌড় দেশৰ নবাবৰ ওচৰলৈ গৈ তেঁওত শৰনাপন্ন হোৱাত নবাবে সেনা পঠাই কমতা পুৰ ৰাজ্য কেনকৈ দখল কৰিলে তাৰে বৰ্ণনাৰ গোন্ধ পোন্ধৰটা পাহিৰ প্ৰথ-

যটো ফুলত আছে। "বিৰহিণী বিলাপ" কাব্যৰ। "উপৰক্ষিত ঋষিৰ সংসাৰ—ফুলণীৰ পৰা এটি এটিকৈ পাঁচোটি ফুল সৰি পৰাত বিলাপ কৰাদেখি পাঠক মাত্ৰেই আন্তৰিক দুখ আৰু সহানুভূতি প্ৰকাশ নকৰি নোৱাৰে। "তুলসৰা ফুল" যদিও কবিৰ প্ৰথম উদ্যম তথাচ তাত কবিৰ ভাব প্ৰকাশ কৰিব পৰা ভাষাত আয়ত্ত, ভাষাত কবিৰ আৰু ছন্দত জেউতি থকা চিন জিলিকিছে।

"আলোচনী" ৪র্থ বছৰ—৬ষ্ঠ সংখ্যা।